# দীপাধাৰ

—সম্পাদিকা—


শ্রীলীলা দেৱী, এম- এ, বি- টি,
এছিষ্টেণ্ট ইন্‌স্পেক্‌ট্ৰেচ্‌ অব স্কুলচ্‌,
পৰীক্ষক, কলিকতা বিশ্ববিদ্যালয়।



৪ৰ্থ তাঙৰণ—সংশোধিত্‌ আৰু বৰ্দ্ধিত

পদ্মপ্রকাশ
গুৱাহাটী
১৯৪৭ ইং

বেচ এক টকা আঠ অনা

প্ৰকাশিকা
শ্ৰীযুতা পদ্মৰেখা দেৱী,
গুৱাহাটী

প্ৰিণ্টাৰ—শ্ৰীকুঞ্জলাল থাপা
ট্ৰিবিউন্ প্ৰেছ
গুৱাহাটী।

# নিবেদন

পঢ়াশালিৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে প্ৰবন্ধ, গল্প আৰু কবিতা আদিৰ সম্পাদন কৰি, এখন পাঠ্য পুথি যুগুত কৰাৰ ভাৰ অতি গুৰুতৰ। কাৰণ আমাৰ সাহিত্যত অতি দুখেৰে স্বীকাৰ কৰিবলগীয়া হৈছে, যে শিশু মনৰ যোগান ধৰিব পৰা ৰচনাৱলীৰ এতিয়াও যথেষ্ট অভাৱ। গতিকে ইমান টান কাম এটা হাতত লৈ বিমানখিনি আগ বাঢ়িছোঁ তাৰ সাফল্যৰ বিচাৰৰ ভাৰ পঢ়ুৱৈ আৰু পঢ়াওঁতা সকলৰ ওপৰতহে থলোঁ।

বিশ্ববিদ্যালয়ে ম্যাট্ৰিকুলেশ্যন পৰীক্ষাত অসমীয়া ভাষাক শিক্ষাৰ বাহন কৰাই, আৰু লগে লগে এই ভাষাক এটা প্ৰধান ভাষা (Major Language) বুলি গণ্য কৰাই, অসমীয়া পাঠ্য-পুথিৰ "ষ্টাণ্ডাৰ্ড" ও স্বাভাৱিকতে ওখ কৰিবলগীয়া হৈছে। সেই কাৰণে ছাত্ৰ ছাত্ৰী সকলে অষ্টম্-মানৰ পৰা বিশ্ববিদ্যালয়ৰ শ্ৰেণীলৈ উত্তীৰ্ণ হওঁতে হঠাতে ওখ খাপৰ পাঠ্য পুথি পঢ়িবলগীয়া হোৱাৰ কাৰণে যাতে অথাই সাগৰত পৰিবলগীয়া নহয়, তালৈ মন কৰি, সকলোপিনে সামঞ্জস্য ৰাখি এই পুথিখনি যুগুত কৰা হৈছে।

সাধাৰণতে আমি ছাত্ৰ-ছাত্ৰী সকলৰ বয়সোপযোগী গ্ৰহণীয় শক্তিৰ কথা পাহৰি গৈ, যিবোৰ পুথি তেওঁলোকৰ পাঠ্য হিচাপে যুগুত কৰোঁ, সেইবোৰে বহুত সময়ত তেওঁলোকৰ মানসিক-খোৰাকৰ যোগান ধৰিব নোৱাৰে। এই পুথিখনিও যাতে একে দোষেৰে দুষিত নহয়, তাৰ কাৰণে যথেষ্ট চেষ্টা কৰা হৈছে। অৱশ্যে কিমান দূৰ কৃতকাৰ্য্য হৈছোঁ কব নোৱাৰোঁ।

পুথিখনিৰ প্ৰতিটো কৱিতা বা ৰচনাৰ আগতে, লিখকৰ সৈতে পঢ়ুৱৈসকলৰ চিনাকি কৰি দিবৰ উদ্দেশ্যে দু আষাৰ মান আগ-কথা লিখা হৈছে। তাত লেখক সকলৰ জন্ম-মৃত্যুৰ ঠাই বা চন আদিৰ উল্লেখ কৰা হোৱা নাই, কাৰণ তেওঁলোকৰ জন্ম-মৃত্যুৰ কাহিনীতকৈ তেওঁলোকৰ ৰচনা-ভঙ্গী আদিৰ বৈশিষ্ট্যৰ লগতহে পঢ়ুৱৈ সকলৰ বিশেষ পৰিচয় থকা প্ৰয়োজন বুলি মনে ধৰে। এনে ধৰণৰ আগ-কথা লিখোতে লেখক সকলৰ সম্পৰ্কে বিভিন্ন আলোচনীত প্ৰকাশ হোৱা গৱেষণামূলক প্ৰবন্ধৰ পৰা যথেষ্ট সহায় লোৱা হৈছে। বিশেষকৈ শ্ৰীযুত মহেশ্বৰ নেওগ দেৱৰ 'আৱাহনত' ধাৰাবাহিক ৰূপে প্ৰকাশ হোৱা "আধুনিক অসমীয়া কৱিতা" আৰু সেই একে আলোচনীতেই প্ৰকাশ হোৱা অধ্যাপক শ্ৰীযুত বিৰিঞ্চি কুমাৰ বৰুৱা দেৱৰ "বেজবৰুৱাৰ চুটি গল্পৰ ধাৰা" নামৰ সাৰুৱা প্ৰবন্ধ দুটিৰ বহুতো সহায় লোৱা হৈছে। তাৰ উপৰিও 'জয়ন্তী', 'বাঁহী' আদিৰ গবেষণামূলক প্ৰবন্ধাদিৰ পৰা বিশেষ সহায় পাইছোঁ। সেই কাৰণে লেখক সকলক এই খিনিতে মোৰ শলাগ জনালো।

যাতে পঢ়ুৱৈসকলে লেখক সকলৰ মাথো পাঠ্য-তালিকা ভুক্ত লিখা খিনিতেই নিজক আবদ্ধ নাৰাখি, তেওঁলোকৰ সাহিত্যৰ প্ৰতি আকৃষ্ট হৈ তেওঁলোকৰ আন আন ৰচনাদি পঢ়িবলৈকো উদগণি পায়, সেই উদ্দেশ্যকেই মূল কৰি আগ কথাবোৰ লিখা হৈছে। শিক্ষক সকলে যদি এই উদ্দেশ্যলৈ মন কৰি, কোনো এটা পাঠ পঢ়োৱাৰ আগতে, সেই বিশেষ লেখকৰ ৰচনা-ভঙ্গীৰ প্ৰতি পঢ়ুৱৈসকলৰ ধাউতি বঢ়াবলৈ চেষ্টা কৰে, তেনেহলে এই উদ্দেশ্য সফল হব বুলি আশা কৰিব পাৰি।

যাতে ৰস-গ্ৰাহিতাৰ পুষ্টি সাধন হয়, সেইপিনে বিশেষ চকু ৰাখি



এই পুথি সম্পাদন কৰা হৈছে। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ 'কীৰ্ত্তন'ৰ পৰা আৰম্ভ কৰি বৰ্ত্তমান যুগৰ লেখকলৈকে সকলোৰে ৰচনা—আলোচনা কৰি, যাতে শ্ৰেষ্ঠ সাহিত্যিক সকলৰ সংস্পৰ্শত আহি, ৰসৰ সহায়েৰে মনুষ্যত্ব অৰ্জ্জনৰ প্ৰতি ছাত্ৰ-ছাত্ৰী সকলৰ মতি হয়, সেই উদ্দেশ্যেই এই ৰচনাবোৰ সংগ্ৰহ কৰা হৈছে। মনুষ্যত্ব বিকাশৰ কাৰণে ধৰ্ম্মভাৱ, দেশভক্তি, বুৰঞ্জীমূলক প্ৰবন্ধ, চিকাৰ সাহিত্য, ভ্ৰমণ সাহিত্য, বিজ্ঞান আলোচনা আদি সকলোবোৰৰেই প্ৰয়োজন। এই কথাবোৰকে উপলব্ধি কৰি সুধী-সমাজৰ আগত সেই ৰকমে যুগুত কৰি পুথিখনি দাঙি ধৰিছোঁ।

এইখিনিতে আৰু এটা কথা কৈ থওঁ যে পুথিখনিৰ শেষৰ পিনে ওপৰঞ্চি হিচাপে অলপ 'টোকা'ও যোগ কৰি দিয়া হৈছে। ইয়াৰ পৰা পঢ়ুৱৈ আৰু পঢ়াওঁতা সকলে প্ৰয়োজনীয় সহায় পাব বুলি আশা কৰিলো।

কিন্তু কৱিতাবোৰত ভাৱাৰ্থ বা সাৰাংশৰ দৰে যি অলপ লিখি দিয়া হৈছে, তেনে ধৰণেৰে গদ্যাংশত লিখি দিয়া হোৱা নাই। কাৰণ গদ্যাংশৰ ব্যাখ্যা বা ভাৱাৰ্থ আদি ৰচনাৰ ভিতৰতেই দিয়া থাকে আৰু তাক বুজিবলৈকো বিশেষ টান নহয় বুলি মনে ধৰে। তথাপি শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ সহায় হব বুলি ভাবি, গদ্য ভাগতো টান শব্দৰ 'টোকা' আৰু আদৰ্শ-প্ৰশ্ন কিছুমান সংযোগ কৰি দিয়া হৈছে।

এই পুথিখনি সম্পাদন কৰোঁতে যি সকল সত্বাধিকাৰ আৰু সম্পাদকে প্ৰবন্ধ আৰু কৱিতা আদি প্ৰকাশ কৰিবলৈ অনুমতি দি মোক বাধিত কৰিছে, তেখেতসকলৰ প্ৰতি মোৰ আন্তৰিক শলাগৰ শৰাই আগ বঢ়ালো। কিতাপ খনিৰ আহি-কাকত চাই দিয়াৰ কাৰণে শ্ৰীযুত হৰেন্দ্ৰনাথ কলিতা দেৱৰ ওচৰত মই কৃতজ্ঞ থাকিলো আৰু লগতে

কিতাপ খনি 'কপি' কৰি দিয়াৰ বাবে মোঃ এনায়েত আলী চাহাবক মোৰ আন্তৰিক ধন্যবাদ জনালো। তাৰ উপৰিও মান্যবৰ শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী আই-এস-ও ডাঙৰীয়াই, যি ইঙ্গিত, উদ্গণি দি মোক সহায় কৰিছে, তাৰ কাৰণেও মই তেখেতৰ ওচৰত চিৰ-কৃতজ্ঞ থাকিলো।

শ্বিলং
১৯৪১-৪২ ইং

বিনীতা
শ্ৰীলীলা দেৱ।

---

## তৃতীয় সংস্কৰণৰ পাতনি

শিক্ষক, সমালোচক আৰু বন্ধুবৰ্গৰ ইঙ্গিতানুসাৰে বহুতো সাল-সলনি কৰি এই সংস্কৰণ পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰা হৈছে। ৰাইজৰ শুভাশীষেই আমাৰ একমাত্ৰ ভাৰসা।

গুৱাহাটী
১৯৪৭

বিনীতা
প্ৰকাশিকা

# সূচী-পত্ৰ

## গদ্যাংশ

---

* * * সাহিত্যৰ তিনিটা স্তৰ। উপলব্ধি, অনুভূতি আৰু ভাৱ প্ৰকাশ। কিছুমান শব্দৰ সমষ্টিয়েই ভাষা নহয়, শব্দৰ লগত এটা সচেতন চিন্তা নিহিত থাকে। ইন্দ্ৰিয়ৰ সহায়ত উপলব্ধি কৰিব পৰা অনুভূতিবিলাকৰ শব্দময় অভিব্যক্তিয়ে ভাষা। মানুহৰ সচেতন চিন্তাধাৰাক ভাষাই পৰিচালিত কৰি সাহিত্য সৃষ্টি কৰে।"

শ্ৰীৰঘুনাথ চৌধাৰী।

---

# দীপাধাৰ

---

## ভদৰী

৺লক্ষ্মীনাথ বেজবৰুৱা।

["অসমীয়া আধুনিক ধৰণৰ চুটি গল্পৰ সৃষ্টি প্ৰধানকৈ ৺বেজবৰুৱাৰ লিখনীত। বেজবৰুৱাৰ চুটি গল্প নতুন আৰু পুৰণিৰ অপূৰ্ব্ব সংমিশ্ৰণ— "নতুন চকুৰে পুৰণি পৃথিৱী" দৰ্শন। অৰ্থাৎ বেজবৰুৱাৰ কোনো কোনো গল্প আধুনিকতাৰ শ্ৰেষ্ঠগুণ সম্পন্ন আৰু কোনো কোনোৱে সাধুকথাৰ পেট ফালি ওলাই নতুন ৰূপ লৈছে। বেজবৰুৱাই পুৰণি সাধুকথা সমূহ থুপাই, হাতফুৰাই প্ৰকাশ কৰিছিল। সেই সাধুৰ ভাৱ আৰু ভাষাই তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ নকৰাকৈ নাছিলো; তাৰে ফলত তেওঁৰ এখন চুটি গল্প-পুথিৰ নামাকৰণ হল "সাধুকথাৰ কুকি"। ..............কেইটামান গল্পত বেজবৰুৱাই নাৰী চৰিত্ৰৰ, বিশেষকৈ অসমীয়া তিৰোতাৰ চৰিত্ৰৰ সুন্দৰ বৰ্ণনা দিছে। 'ভদৰী', 'জয়ন্তী', 'কনকলতা', 'সেউতি', 'মালতী', 'মাধৈ মালতী'ৰ গন্ধস্পৰ্শত অসমীয়া সমাজ আজিও সুবাসিত হৈ আছে।..............নাটকীয় ঠাঁচত চুটি গল্প ৰচনাৰ ৰীতিৰো অসমীয়া সাহিত্যত বেজবৰুৱায়ে প্ৰথম প্ৰৱৰ্ত্তক।.......... প্ৰকাশ ভঙ্গিমা আৰু ৰস বৈচিত্ৰ বেজবৰুৱাৰ গল্পৰ বৈশিষ্ট্য। বেজবৰুৱাৰ ব্যঙ্গমূলক চুটি গল্প হাঁহিৰ থুন্‌পাক, ৰসৰ ৰহ ঘৰা.........হাস্যৰসেই বেজবৰুৱাৰ সাহিত্যৰ প্ৰথম পাথেয়।"]

## প্ৰথম আধ্যায়

“ঐ অ ! ভাত লৈ আহ !—শুনিছনে ? বোলোঁ ভাত লৈ আহ !” এই বুলি লাঙলটো চোতালতে থৈ শিশুৰামে লৰালৰিকৈ আঠুমূৰীয়া তিতা চুৰিয়াখন সলাই ঘৈণীয়েক ভদৰীয়ে ভাত বন্ধা খোটালি পাই দেখিলে, ভাতে ফুটহে কাঢ়িছে। আঞ্জাৰ ফালেও ততোধিক ; মলিয়াইছে বা কলিয়াইছে হে বুলিব লাগে। অৰ্থাৎ ঢেঁকিয়া শাক মুঠি মেলাহি বাটিটোত বাছি থোৱা হৈছে, ধোৱাও হোৱা নাই ; কলাপাত এডোখৰৰ ওপৰতে মৈদাখন মৰা ন’ৰা চৰাইটো যেন কাতি হৈ পৰি আছে ; আৰু ঠেতেলা মূৰীয়া মাটিসনা কাৱৈ মাছ কেইটাই, ভাং খাই টঙনা-টঙনি কৰি মূৰ ফলাফলি কৰা ছাইসনা ফকীৰৰ দৰে পৰি ছট্‌ফট্‌ কৰিব লাগিছে। সিফালে ভাত চৰুৰ তলত গেৰেহা কেঁচা খৰি লৰালৰিকৈ সুমাই দি, ভদৰীয়ে কমাৰৰ ভাতীৰ নিচিনাকৈ ফোঁচ ফোঁচ কৰি ফুঁৱাইছে হে ফুঁৱাইছে কিন্তু খৰিব জাৰেই মৰা নাই, সোঁ-সোঁ-সোঁ কৰি খৰিয়ে কেঁকনি গেঁথনিহে ধৰিছে। শিশুৰামৰ খং মূৰৰ চুলিৰ আগ পালেগৈ। কেইবাটাও কথাই আজি পুৱাৰ পৰা শিশুৰ খং জুই জ্বলাই থৈছিল ; দুপৰীয়া হাল মেলি আহি ভাত নোপোৱা কথাটোৱে সেই জ্বলা জুইকুৰাত ঘিঁউ ঢালি দিলে মাথোন। প্ৰথম কাৰণ, আগদিনা শিশুক লঘোনে থৈ আৰু তাৰ হাল খতি কৰি নিষ্ঠুৰ কৃষ্ণা-একাদশী গুচি



গ’ল। দ্বিতীয়-কাৰণ, একাদশী কৰি গা-বহা গৰাকীৰ দৰে, গৰু হালেও হালত নেযাওঁ-নেযাওঁকৈ পুৱাৰে পৰা শিশুক মহা আমনি কৰি আছিল। স্বৰূপতে পথাৰৰ এটাইখিনি কথা ভাঙি-ছিঙি কব লাগিলে, গৰুহালৰ গাত, কামৰ সময়ত ‘গাফিলি’ কৰি কান্ধত যুৱলিবেই শুই পৰা জগৰ পৰে ; আৰু গৰুৰ গৰাকীৰ গাত হিন্দুৰ পূজ্য গো-জাতিৰ বিপক্ষে অতি অহিন্দু বাইক আদি প্ৰয়োগ কৰা আদি ডাঙৰ জগৰ আহি পৰে। লোকে যিহকে কওক, আমি কিন্তু লগনীয়া স্বভাৱৰ লোক নহওঁ। সেইবিলাক টুটকীয়া কথা লগাই, একাদশী কৰি পেটে-কঁকালে লগা বপুৰা শিশুৰামক আৰু লঘোণে-ভোকে থবৰ আমাৰ ইচ্ছা নাই ; আৰু গৰু হালৰ ওপৰত ভদৰীৰ শেলাই বন্ধ হৈ থকা ভাল মতটো ঘঁহি-পিহি গুচাই দিবৰ অভিলাষো আমাৰ নাই। তৃতীয় কাৰণটো এইখিনিতে লগে ভাগে কৈ থোৱা ভাল, নাইবা ভদৰী-শিশুৰামৰ এই উপাখ্যানটো এই পৃথিৱীত অঙ্গহীন হৈ ৰ’ব। যথা, মাটিৰ সীমা ঠেলাবাৰে বেথাই বছৰাৰে সৈতে সেই পুৱাই পথাৰত শিশুৰামৰ অলপ খকা-খুন্দা লাগি আহিছে। খকা-খুন্দাটো, তপত ঘিঁউত লুচি ওফন্দাদি ওফন্দি, ডাঙৰ হৈ উঠিছিল, কিন্তু গতি বিষম দেখি বছৰা বেথায়ে খোঁচি মাৰি ওফন্দি উঠা ঢোটো, ফুটাই দি পলাল দেখি জানিবা সেই খকা-খুন্দা খকা-খুন্দা অৱস্থাতে ৰ’ল। এই বিচিত্ৰ সংসাৰত পূৰ্ব্বাপৰ প্ৰচলিত নিয়ম আছে, যে বাহিৰত য’তে যিহতে পুৰুষৰ

খং উঠক, তাত সেই খঙৰ সদ্ব্যৱহাৰ বা অসদ্ব্যৱহাৰ তেওঁ কৰিব নোৱাৰিলে. ঘৰলৈ উভতি আহি ঘৈণীয়েকৰ ওপৰত সঁচাই-মিছাই, সেই খং দপালি দি বৰ-মতা ওলায়। আমাৰ সংসাৰী শিশুৰামো এই প্ৰচলিত নিয়মৰ বাহিৰ নহয়। ইয়াৰ আগেয়ে সি এদিন সেই অঘাইতং বেথাইবকুৱাৰ পালতে পৰি নগুৰ্নাগতি হৈ আহি. গোহালিত এতিয়ালৈকে জাকি দিয়া হোৱা নাই বুলি, ঘৰ সোমায়েই অনাহকত ভদৰী-বেচাৰীৰ পিঠিত ঔ পৰা কথাও আমি জানোঁ।

গিৰিয়েকৰ এনে বৰ-মতালিৰ মানে ভদৰীয়েও বঢ়িয়াকৈ বুজি, একো নেমাতি আই বসুমতীৰ দৰে পিঠি পাতি দি সদায় সহি থাকে। বাস্তৱিক পক্ষতে ভদৰীৰ এনে বিশ্বাস হৈ গৈছিল যে ভুকুটো, ঢকাটো, চৰটো, আৰু গোবৰটো আৰু কাঠখৰি আৰু ঢেঁকীথোৱাৰ মাৰটো, উঠা-বহা, খোৱা-লোৱাৰ লগতে বিৱাহিত জীৱনৰ এটা অপৰিহাৰ্য্য অঙ্গ। কিন্তু সকলো কথাৰে এটা যুক্তিসঙ্গত সীমা আছে; মাৰ-কিলো যে অসীম ঈশ্বৰৰ লগতে এটা অসীম পদাৰ্থ এনে নহয়। সহন-শিৰোমণি বসুমতীৰো কেতিয়াবা কেতিয়াবা শিল-মাটিৰ গা কঁপে। আমাৰ সৰু সহনীয়া ভদৰীৰ তেজ মঙহৰ শৰীৰেও থাকি থাকি অসহন হলে কেতিয়াবা দুটা এটা জিকাৰ মৰাটো কি টান কথা? কেঁচাখৰিৰ জুই ফুঁৱাই ফুঁৱাই নাকৰ পানী আৰু চকুৰ পানীয়ে একে হোৱা ভদৰীয়ে দুৰ্ভাগ্যবশতঃ আজিও এটা অসঙ্গত আৰু অযুগুত জিকাৰ মাৰি দিলে!



শিশুৰাম।—অমুকৰ জীয়েক, এই বেলি তিনিপৰীয়ালৈকে ভাত হোৱা নাই কিয়?

ভদৰী।—মোৰ মূৰটোৰে ভাত ৰান্ধি দিম নেকি? খৰি এডাল বুলিবলৈ নাই। গেৰেহা কেঁচা খৰি ফুঁৱাওঁতে ফুঁৱাওঁতে হাৰাশাস্তি হৈছোঁ। ন্নবুজা- নেমেলাকৈ দুপ দুপাই উঠিলেই হ'ল নেকি?

"বেটী কি বুলিলি?" এই বুলি জমদগ্নি-শিশুৰামে, কাষৈ মাছৰ তেজ পিবলৈ পৰি থকা মৈদাখনেৰে ভদৰীৰ পিঠিত ওপৰা-ওপৰিকৈ দোকোৰ মাৰিলে! তৃতীয় কোৰ মৰাৰ আগেয়ে, ভদৰীৰ চিয়ঁৰ শুনি লৰি আহি, শিশুৰামৰ বেলেগতীয়া ভাকেক কিনাৰামে পিচ ফালৰ পৰা "হে হে ককাই কি কৰা!" বুলি শিশুৰামক সাৱট মাৰি থাপ মাৰি হাতৰ পৰা তেজেৰে ৰাঙলি মৈদাখন কাঢ়ি নিলে। ভদৰী তেজেৰে তুমবলি হৈ মূছ-ছ গৈ মাটিত পৰিল!

## দ্বিতীয় অধ্যায়

আস্পতালত থাকি তিন দিনৰ মূৰত ভদৰীয়ে জ্ঞান পালে। জ্ঞান পাইয়েই প্ৰথমেই কাষত থকা ডেৰেচীক সুধিলে "তেওঁ কলৈ গল?"

ডেৰেচী।—"কোন তেওঁ?"

ভদৰী ।—( অলপ অপ্রস্তুত হৈ ) আমাৰ তেওঁ । মোৰ গিৰিহঁত ।

ডেৰেচী ।—ও আদ্‌মী হাজতমে আছে ।

ভদৰী ।—তেওঁক মাতি পঠিয়াওক দেউতা !

ডেৰেচী ।—ক্যা মাতি পঠিয়াওগে ; ওআদ্‌মি আভি আহিবে নাহি পাৰিবে । উচ্‌কো তো হাজতমে দিছে । আচ্ছা তুমি ৰহ আভি । তোমাৰা আদ্‌মিকা বাত তুমি আভি নাহি ভাবিবে । ও বাত আভি ভাবিলে হামি জানিছে তোমাৰ বেমাৰ বহুত বেছি হবে ।

আস্পতালৰ ডেৰেচীৰ কথা শুনিয়েই ভদৰী আকৌ অজ্ঞান হৈ পৰিল । এনেতে বৰ ডাক্তৰ আহি পালেহি । ডাক্তৰে কম্পাউণ্ডাৰৰ মুখে ৰোগীৰ সকলো অৱস্থা ভু পাই, শিশুৰামক হাজতৰ পৰা আনি তাইৰ আগত নি দিলে ; তাইৰ সোনকালে আৰোগ্য হবৰ আশা নাই বুজি, তেতিয়াই তাৰ দিহা কৰিলে,

## তৃতীয় অধ্যায়

এইবাৰ জ্ঞান পাই ভদৰীয়ে চকু মেলিয়েই দেখিলে তাই পৰি থকা শয্যাৰ কাষত দুটা ৰঙা পাৰগুীয়া কনিষ্টবলৰ মাজত শিশুৰাম থিয় হৈ আছে । কাষতে ডাক্তৰ চাহেব ।



ভদৰী ।—( শিশুৰামৰ ফালে চাই ) তোমাৰ গা কেনে আছে ? আজি ভাত খালানে ? তোমাৰ ভাত-পানী খোৱাত মহা দুখ হৈছে চাগৈ ?

উত্তৰ স্বৰূপে শিশুৰামৰ দুচকুৱে দুধাৰ লো বৈ গল ।

ভদৰী ।—( ডাক্তৰলৈ চাই হাত কৰযোৰ কৰি ) দেউতা ঈশ্বৰ ! ধৰ্ম্মাৱতাৰ ! এওঁৰ কোনো দোষ নাই, এওঁক এৰি দিয়ক । বেটী গোলামীয়ে চুলি ছিঙি কাতৰ কৰি মাতিছো, মোৰ গিৰিহতক এৰি দিয়ক । মাছ বাছিবলৈ যাওঁতে উজুটি খাই পাতি থোৱা মৈদাত পৰি বেটী-গোলামীৰ গা কাটিছে ।

ভদৰীৰ এই সকৰুণ কথা শুনি ডাক্তৰ, ডেৰেচী, কনিষ্টবল আদি সকলো অবাক ! শিশুৰামেও আৰু থাকিব নোৱাৰি হো হো কৰে কান্দি কবলৈ ধৰিলে "নহয় হুজুৰ ! মই হে এইক মৈদাৰে কুবিয়ালোঁ, মোক হুজুৰ ফাঁচী দিয়ক । ধৰ্ম্মাৱতাৰ মই মহাপাপী ; মই এনেজনী তিৰোতাৰ গাত অস্ত্ৰেৰে কোব মাৰিলোঁ ।"

## সামৰণি

অলপ দিনৰ ভিতৰতে ভদৰী সম্পূৰ্ণৰূপে আৰোগ্য হ'ল । কিন্তু স্বামীক নিৰ্দ্দোষী কৰি আইনৰ গৰাহৰ পৰা ৰাখিবলৈ

তাই প্ৰাণপণে চেষ্টা কৰাতও, তাৰ কঠিন পৰিশ্ৰমেৰে সৈতে তিনি মাহ ফাটেকৰ হুকুম হ'ল। শিশুৰামে হাঁহি হাঁহি বৰ ফাটকৰ ভিতৰলৈ, আৰু ভদৰীয়ে কান্দি কান্দি শোক ভৰা হৃদয় লৈ আপোন ঘৰৰ ভিতৰলৈ সোমাই, এই খিনিতে আমাৰ এই বেগতীয়া সাধুটি শেষ কৰি দিলো।

---

# অসমীয়াৰ বিহু কি?

৺ ৰজনীকান্ত বৰদলৈ

[ জোনাকী যুগৰ পৰা যি সকল লেখকৰ অক্লান্ত চেষ্টা আৰু সাধনাৰ ফল স্বৰূপে অসমীয়া সাহিত্যৰ ওপৰত পৰি থকা চামনিথনি আতৰি গৈ তাত আকৌ সুৰুযৰ ৰ'দালি পোহৰে প্ৰাণ সঞ্চাৰ কৰিছিল, তাৰে ভিতৰত ঔপন্যাসিক ৺ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াৰ নাম লেখত লব-লগীয়া। লেখকৰ প্ৰায় প্ৰত্যেকবোৰ উপন্যাসেই তেখেতৰ অন্তৰত জ্বলি থকা এটা তীব্ৰ জাতীয় ভাৱৰ চানেকী। অসমীয়া গাঁৱলীয়া চৰিত্ৰ অঙ্কনতো বৰদলৈ দেৱৰ নিখুঁত শিল্পী মনোভাব সম্পন্ন লেখনীৰ আমি পৰিচয় পাওঁ। বিশেষকৈ 'মনোমতী'ৰ গল্পাংশৰ মাজেদি অসমীয়া সমাজৰ যি নিখুঁত ছবি আঁকি লেখকে তেখেতৰ জাতীয়-ভাৱক ৰূপ দিছে, সি অনায়াসে বিশ্ব-সাহিত্যতো ঠাই পাব বুলি আমাৰ বিশ্বাস। বুৰঞ্জীমূলক ঘটনাবোৰকে বিশেষকৈ কেন্দ্ৰ কৰি ৺বৰদলৈদেৱে তেখেতৰ উপন্যাসবোৰ লিখাৰ কাৰণে তাত আমি এটা বৈশিষ্ট্য লক্ষ্য কৰোঁ। এই কাৰণেই হবলা তেখেতে অসমৰ 'স্কট' নাম পাইছিল। 'মনোমতী'ৰ বাহিৰেও তেখেতৰ "ৰঙ্গিলী", "ৰহদৈ লিগিৰী" আদি উপন্যাসে অসমীয়া সাহিত্য মন্দিৰৰ ভেটি সুদৃঢ় কৰাত যথেষ্ট সহায় কৰিছে।]

'বিহু' আমাৰ অসমীয়াৰ জাতীয় উৎসৱ—বাপতি-সাহন। বিহু বুলিলেই সকলো অসমীয়াৰ মনত যেনেকুৱা আনন্দ হয় আৰু ডেকা-গাভৰু বিলাকৰ মন উত্ৰাৱল হয় তেনেকুৱা আনন্দ আৰু উলাহ আন কোনো উৎসৱতেই নহয়। দুৰ্গোৎসৱ আজি

অলপ দিনৰ পৰাহে আমাৰ নগৰে নগৰে সোমাইছে। গাঁৱে-ভূঞে এতিয়াও ভালকৈ সোমোৱা নাই। ইয়াৰ কাৰণ দুৰ্গোৎসৱ অসমীয়াৰ আগৰে পৰা চলি অহা উৎসৱ নহয়; কিন্তু বিহু উৎসৱ হলে অসমীয়াৰ নিজা সম্পত্তি—ই অসমীয়াৰ হাড়ে-মগজুৱে লগা বস্তু।

আমাৰ অসমীয়াৰ বিহু তিনটা। এটা কাতি মাহৰ পহিলা তাৰিখৰ আগদিনা। ইয়াক কাতি-বিহু বোলে। এই বিহুত কেৱল মাত্ৰ তুলসী কুই আকাশ-বন্তি লগায়। ইয়াত খোৱা-বোৱা আমোদ-প্ৰমোদ একো নাই। এই বিহুক এই কাৰণেই আমি "কঙালি" বিহু বোলোঁ।

মাঘৰ পহিলা তাৰিখৰ আগদিনাৰ পৰা সাত দিনলৈকে মাঘ-বিহু। পুহ মাহৰ ভিতৰতে অসমীয়া মানুহে পথাৰৰ শালি ধান দাই মাৰি শেষ কৰে; আৰু খেতিৰ উৎপন এই মহালক্ষ্মী গালেৰে চিৰা পিঠা, সান্দহ ইত্যাদি ভোগ্য বস্তু ছয় সাত দিন মানৰ আগৰে পৰা মাইকী মানুহে তৈয়াৰ কৰি ৰাখে। ডেকা লৰাবিলাকে প্ৰায় গোটেইটো মাহে হাবিৰ পৰা বাঁহ আনি পথাৰত বা নৈৰ বালিত ঘৰ কেইটামান সাজে। সেই ঘৰ চায় ধান খেৰেৰে বা ধানৰ নৰাৰে অথবা বিৰিণা হাবিৰে। বেৰ দিয়ে বিৰিণাৰে বা নৰাৰে, অথবা কল চোঁচনিৰে। এই ঘৰৰ কাষতে কাঠ-কুঠ গোটাই আনি ডেকা সকলে ডাঙৰ সৰু কিছুমান মেজি সাজি ৰাখে। পুহৰ শেহ দিনটোৰ আগ দিনাক উৰুকা বোলে। ডেকা লৰাবিলাকে ৰাতি পুৱাৰে পৰা ঘৰে



ঘৰে চাউল, মাহ, পইচা তোলে। ভাটিবেলা হলে সেই গোটোৱা পইচাৰে বজাৰৰ পৰা ডাঙৰ মাছ আৰু পাচলি কিনি আনি সেই পথাৰৰ ঘৰৰ ভিতৰত ৰন্ধা-বঢ়া কৰি সকলোবিলাকে লগ-ভাত খায় আৰু ওৰে নিশাটো ঢোল, খোল, টকা, পেঁপা বজাই সেই ঘৰৰ ভিতৰতে মাজে মাজে গিৰিহঁত বিলাকৰ ঘৰৰ পৰা চুৰ কৰি নিয়া কাঠেৰে জুই ধৰি জুই পুৱাই কটায়। কেৱে নোশোৱে। জুই পুৱাবলৈ খৰি চুৰ কৰিহে নিয়ে। এই চুৰ কৰাটোত কোনো গিৰিহতে লৰা বা ডেকাইতক কোনো বিশেষ ক্ষতি নহলে একো গালি-শপনি নাপাৰে; কাৰণ ইও এটা আমোদৰহে কথা। প্ৰথম কুকুৰাই ডাক দিয়া মাত্ৰেই ডেকাবিলাকৰ সকলোটিয়েই হয় তাতে নহয় ঘৰলৈ গৈ গা ধুই আহে আৰু যেয়ে পাৰে সেয়ে অগ্নি সেৱা কৰিবলৈ অলপ অলপ ঘৰৰ পৰা ঘিঁউ লৈ আহে। যি গাৱঁত ব্ৰাহ্মণ থাকে সেই গাৱঁৰ সবাতকৈ বয়োজ্যেষ্ঠ ব্ৰাহ্মণ ডেকাজনে আগেয়ে মন্ত্ৰ মাতি ঘৰ বিলাকত জুই লগাই দিয়ে। জুই জ্বলি উঠিলেই যেয়ে পাৰে সেয়ে এই মন্ত্ৰটো মাতি জুইলৈ ঘিঁউ ছটিয়াই দিয়ে। যি গাৱঁত ব্ৰাহ্মণ নাথাকে তাত অন্য বৰ্ণৰে ডেকা এজনে জানিলে মন্ত্ৰটো মাতে, নাজানিলে "হে অগ্নিদেৱতা ঘিঁউ লবা"—এই বুলিয়েই কলপাতৰ খোলাত ঘিঁউ লৈ দলিয়াই দিয়ে। মন্ত্ৰটো এইঃ—

"অগ্নিং প্ৰজ্জ্বলিতং বন্দে চাতুৰ্ব্বৰ্ণ্যহুতাশনং।
সুবৰ্ণবৰ্ণমমলং জ্যোতিৰূপায়তে নমঃ।"

ঘৰত আৰু মেজিত জুই লাগি উঠিলেই ডেকাবিলাকে বিহুৰ ঢোল, তাল, পেঁপা বজাই চিঞৰিব ধৰে। এই প্ৰথম মাঘৰ আগদিনা গোটেই অসম জুৰি মেজিঘৰ বা হোম-ঘৰ পোৰে। টকা আৰু ঢোলৰ শব্দৰ লগত বাঁহৰ হিলৈবিলাক ফুটিবলৈ ধৰে। দৰাচলতে মাঘৰ বিহুৰ পুৱাৰ এই ঢোল টকাৰ শব্দ, মেজিবিলাকৰ পৰা ধুম্ ধুম্ বাঁহৰ হিলৈৰ শব্দ শুনিলে এটা কি যে আনন্দ অনুভৱ হয় কব নোৱাৰি। ইফালে প্ৰত্যেক গিৰস্থৰ ঘৰতো বুঢ়া সকলে গা-পা ধুই লৰাইঁতৰ মেজিঘৰ ওচৰত হলে মেজিকে পুৱায় গৈ; তাৰ পিচত আহি গোঁসাই ঘৰত বা নামঘৰত সেৱ-পূজা কৰে বা নাম-গুণ লয়। এইদৰে মেজি পোৰা হলে, সেৱা-পূজা কৰা আৰু নাম গুণ লোৱা হলে তলতীয়া সকলে শ্ৰেষ্ঠ সকলক দণ্ডৱৎ কৰি সেৱা কৰে। তাৰ পিচতহে সকলোৱে চিৰা-পিঠা-সান্দহ ইত্যাদিৰে জাজলপান খায়। এইদিনৰ ভিতৰত কেৱে ভাত নাখায়। ভাটীবেলিয়া হলে উজনি অসমত ডেকা-গাভৰু বিলাকে অলপ অচৰপ বিহু পাতে। নামনি অসমত হলে গাৱঁলীয়া ডেকা বিলাকে ঢোপ, হাউগুডু নুগুডু, গছকপতি, মাটিকপতি ইত্যাদি খেল খেলে। বুঢ়াবিলাকৰ কেৱে কেৱে হয় লৰাইঁতৰ ধেমালিকে চায়গৈ নহলে জানিলে চাৰিজন মানে লগলাগি "দহ পচিশ"কে খেলে। জনাই পাশা-ডবাও খেলে। এই যে মেজি পোৰা আৰু অগ্নি-সেৱা কৰা জাতীয় উৎসৱ, ই দৰাচলতে বৈদিক কালৰ হিন্দু সকলে অগ্নিত নিত্য হবন কৰা প্ৰথাৰে



অৱশিষ্ট। এনেকৈ এখন প্ৰদেশ জুৰি এই দিনটোত মেজি পোৰা আৰু অগ্নিত হবন কৰা প্ৰথা আন প্ৰদেশত আছে নে নাই আমি কব নোৱাৰোঁ; কিন্তু আমাৰ অসমত এই প্ৰথা বাৰেওটিকাল চলি আহিছে। এই বিহুত সাতদিনলৈকে সকলোৱে নিজ নিজ ইষ্ট-কুটুমক মাতি-বুলি আনি জলপান খুৱায়। এইবিলাক কাৰণতে আমি মাঘৰ বিহুক 'ভোগালি বিহু' বুলি কওঁ।

মাঘ, ফাগুন এই দুমাহ গৈ চ'ত মাহ পৰিলেই আমাৰ গাৱঁলীয়া ডেকা-গাভৰু সকলৰ প্ৰায় তত্ নোহোৱাৰ দৰে হয়। শীত গৈ বসন্ত হয়। গছ-লতাই নতুন পাত মেলে। নানা বৰণৰ আৰু গোন্ধৰ ফুলবিলাক ফুলিবলৈ ধৰে। বিশেষকৈ কেতেকী ফুল ফুলি ঠায়ে ঠায়ে গোন্ধে আমোলমোল কৰি তোলে। পৃথিৱীয়ে যেন নতুন বছৰ সোমাবলৈ নতুন সাজ-পাৰ পিন্ধিবলৈহে যো-জা লগায়। এই মনোমোহা দৃশ্যবিলাকত ডেকা-গাভৰু নিমগ্ন হৈ চ'ত মাহৰ আৰম্ভৰে পৰা উজনি অসমত নিশা বিহু পাতি ফুৰে। আজিকালি ভাটী অসমত বিহুৰ নৃত্য-গীত নাই বুলিলেই হয়; কিন্তু নগাওঁ আৰু সিপাৰে তেজপুৰকে আৰম্ভ কৰি (যদিও আগতকৈ পাতলিল আৰু কালত কি জানি পাতলি পাতলি নোহোৱা হবও পাৰে) এতিয়াও ঠায়ে ঠায়ে নিশা-বিহু আছে। কি গাৱঁৰ, কি নগৰৰ সকলো মাইকী মানুহেই এই গোটেই চ'ত মাহটো দিনত ধমাধম কাপোৰ বয়। বহাগৰ পহিলা তাৰিখৰ

পৰা বিহুৰ উৎসৱ আৰম্ভ হৈ সাত বহাগৰ গধূলিত শেষ পৰেগৈ ।

বহাগৰ পহিলাদিনাৰ আগদিনা অৰ্থাৎ সংক্ৰান্তিৰ দিনা ৰাতি পুৱা শুই উঠিয়েই সকলোবিলাক মানুহে মূৰত মাহ-বটা লয়, গাত হালধি ঘঁহে । ঘৰৰ সমস্ত গৰুকে সেইদৰে মূৰত মাহ-হালধি দিয়ে আৰু জাক পাতি হাতত দীগলতি, মাখিলতী, কুটা লাও-বেঙেনা লৈ গৰখীয়াহঁতে, গৰু বিলাকক নি নৈ, বিল বা পুখুৰীত গা-ধুৱাই আনে । গা ধোৱাই ওলোটাই আনিবৰ সময়ত গৰু বিলাকক সেই দীগলতি আৰু মাখিলতীৰে কোবায় আৰু লাও-বেঙেনাবিলাক গালৈ দলিয়াই দি দি গায়—

"দীগলতি দীঘল পাত, মাখি মাৰোঁ জাত জাত ।
মাৰ সৰু বাপেৰ সৰু, তই হবি বৰ গৰু ॥
লাও খা, বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা ।"

ইয়াৰ পিচত গৰু বিলাকক চৰিবলৈ এৰি দিয়ে । সকলো মানুহেই গা-পা ধুই উঠি তলতীয়া জনে শ্ৰেষ্ঠজনক সেৱা কৰে । বয়সীয়া সকলে পূজা-সেৱা নাম-প্ৰসঙ্গ কৰে। তাৰ পিচত মাতৃ, ভনী, স্ত্ৰী, কন্যা ইত্যাদি সকলে জনে জনে যাৰ যথাসাধ্য গামোচা, চেলেঙ বা বৰকাপোৰ গিৰিহতক, লৰা-ছোৱালীক আনকি ইষ্ট-কুটুমকো দিয়ে । তাৰ পিচত সকলোৱে জা জলপান খাই অলপ জিবোৱা হলেই ওপৰ অসমত ডেকা-



গাভৰুৱে পথাৰত বিহু গায় গৈ। নামনি অসমত ঢোপ, হাউগুডু-নুগুডু ইত্যাদি খেলে। ঘৰত থকা সকলে কঁড়ি খেলে ।

ভাটীবলিয়া দৈবজ্ঞ-ব্ৰাহ্মণ সকলে ঘৰে ঘৰে নতুন পঞ্জিকা শুনায় । ব্ৰাহ্মণ সকলে নাহৰ গছৰ পাতত এই মন্ত্ৰটো লিখি ঘৰে ঘৰে দিয়ে—

"দেৱ দেৱ মহাদেৱ ! নীলগ্ৰীৱ জটাধৰ ।
বাত বৃষ্টি হৰো দেৱ মহাদেৱ নমস্ততে ॥"

এই নাহৰৰ পাত ঘৰৰ চালত খুচি ৰাখে । গধূলি হলে গৰু বিলাকক আগৰে পৰা যতনাই থোৱা নতুন পঘাৰে বান্ধে । গোহালিৰ আগত তুঁহ, কপাহগুটি, দীগলতী, মাখিলতী ইত্যাদিৰে এটা ধোঁৱাৰ জাগনি দিয়ে । সেই জাগনি নতুন বিচনীৰে বিচে । জাগনি বিছিলেহে হেনো নতুন বিচনী শুদ্ধ হয় । শুদ্ধ হলেহে সেই বিচনীৰ বা মানুহে লয়। দ্বিতীয়-বিহুৰ দিনা গধূলি হুঁচৰি গোৱা দল বিলাকে ঘৰে ঘৰে হুচৰি গাই ফুৰে। ডেকা-গাভৰুৱে এই সাতো দিনে পথাৰত, নৈৰ বালিত, বোপৰ তঁৰত, বিহু গাই নাচি-বাগি ফুৰে । সাত-বিহুৰ দিনা ওপৰ অসমত বিহুৰ নাচ-গীত কৰি বিহু ভাঙ্গে।

আমি যিবিলাক বিৱৰণ দিলোঁ এই বিলাক আজি কালিৰ দিনৰহে । কিন্তু এশ বছৰৰ আগেয়ে বিহুৰ উৎসৱ আৰু নৃত্য-গীত গোটেই অসম জুৰি আছিল ।

# খোজ কাঢ়ি পৰ্ব্বতত হাতী বিচাৰি ।

৺তৰুণ ৰাম ফুকন

[ দেশভক্ত স্বৰ্গীয় তৰুণ ৰাম ফুকন ডাঙৰীয়াৰ নাম নজনা অসমীয়া কোনো নাই বুলি কলেও বঢ়াই কোৱা নহব । নব্য অসমৰ ভেঁটি বান্ধি দিওঁতা যি সকল মহাত্মাৰ নাম আমি জানো, তাৰ ভিতৰত ফুকন ডাঙৰীয়াও এজন । "অকল কংগ্ৰেছৰ কাৰ্য্যত লিপ্ত থাকিয়েই ফুকন ডাঙৰীয়া ক্ষান্ত বা সন্তুষ্ট থকা নাছিল । মাতৃভূমিৰ সেৱা আৰু উন্নতিৰ যে অবিচ্ছেদ্য সম্বন্ধ, মৌখিক বাণী বতাহৰ বুকুত লীন হলেও, লিপিবদ্ধ ভাৱৰাশিৰ যে বিনাশ নাই' এই সত্য দেশভক্তই মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল............'অৰ্ঘ্য', 'আৱাহন', 'অসমীয়া' আদি কাকতত ফুকনৰ ভিন্ ভিন্ বিষয়ৰ বাছকবনিয়া প্ৰবন্ধই সততে শোভা পাইছিল ।" এখেতৰ চিকাৰ প্ৰবন্ধবোৰে অসমীয়া সাহিত্য-কুসুমৰ মেল নোখোৱা এটি পাহিৰ সন্ধান আমাক দিছে । বক্তা হিচাবেও – "ফুকনৰ বক্তৃতাত ফুটি ওলাইছিল শব্দ ব্ৰহ্মাণ্ডৰ প্ৰচণ্ড প্ৰভাৱ, মৌলিক যুক্তিৰ প্ৰখৰতা, সুচতুৰ ব্যঙ্গৰ তীব্ৰতা আৰু মাজে-সময়ে জলন্ত অগ্নিস্ফুলিঙ্গ ," তেখেতৰ 'স্মৃতিমালা' এখন উত্তম পুথি । ]

হঠাতে খবৰ পালোঁ দীপৰত হাতী নামিছে । দীপৰ এখন ডাঙৰ বিল—গুৱাহাটীৰ পশ্চিমে ৯ মাইল মান দূৰৈত ।

খবৰ পায়েই অলপ বয়-বস্তু লৈ মটৰেৰে যাত্ৰা কৰিলোঁ— চাৰিমান বজাত ।



সদৰ অ্যাল এৰি গাৰ্ব্বলীয়া বাটেৰে কোনোমতে বিলৰ পাৰ পালোঁহি । নাৱেৰে বিল পাৰ হৈ 'কেম্প' পাওঁতে সাজ লাগিল । জানিলোঁ বিলত হাতী নমা হয় ।

স্থানীয় চিকাৰী বলবাহাদুৰৰ লগত পৰামৰ্শ কৰি ৰাতি হাতী নোজোকাই পুৱাতে পৰ্ব্বতলৈ বিচাৰি যোৱাকে ঠিক কৰিলোঁ আৰু সেইমতে কাউৰীয়ে 'কা' নো কৰোঁতেই বল-বাহাদুৰক পঠিয়ালো খবৰ কৰিবলৈ ।

এঘাৰমান বজাত উভতি আহি খবৰ দিলে হাতী লগ পোৱা বুলি চাৰি মাইল মান দূৰৈত—পৰ্ব্বতৰ ওপৰত ।

কিন্তু খবৰ দিয়াৰ লগে লগে কলে যে বাট অতি দুৰ্গম— নাই বুলিলেই হয় । হাবি ভাঙি বাট উলিয়াই যাব লাগিব ; হাতীয়ে খেদিলে পলোৱা টান ইত্যাদি ইত্যাদি কথা কৈ মই পৰ্ব্বতলৈ হাতী বিচাৰি যোৱাত উৎসাহ দিয়া দেখা নগ'ল । এবেলি ভাবিলো পৰ্ব্বতলৈ যোৱাৰ আশা এৰি দি ৰাতি বিলতে 'টৰ্চ' কৰা কৰিব পাৰিলে চাওঁ ; আকৌ ভাবিলো বিলত হাতে-হাতে লগ পোৱা টান । দূৰৈৰ পৰা গুলিয়াই হাতী মৰা সম্ভৱ হ'ব পাৰে কিন্তু ঠাইতে বগৰাব নোৱাৰিলে হাতী বিচাৰি পোৱা টান । হাতী মৰাৰ লোভ সামৰিব নোৱাৰি শেহত যোৱাকে ঠিক কৰিলোঁ । দুপৰীয়া বাৰমান বজাত বলবাহাদুৰ, মাধৱ, এজন মিকিৰ আৰু মই, দুৰ্গা শ্ৰীহৰি বুলি খোজ ললোঁ । দুপৰীয়া ৰ'দত চাৰি মাইল খোজ কাঢ়ি গেৰোৱাইদি ঘাম বৈ গ'ল । তাৰ পিচত চিকাৰীয়ে পৰ্ব্বতৰ পিনে বাট দেখুৱালে

আমিও চিকাৰীৰ পাচ ললোঁ। ঠিয় পৰ্ব্বত, বাট নাই, বাঁহ আৰু বেতৰ মাজেদি বাট উলিয়াই যাব লাগে। তদুপৰি বাঁহৰ শুকান পাত পৰি ঠাই অতি পিছল হৈ আছিল, এঠাইত খোজ দিলে ছিটিকি আন ঠাইত পৰেগৈ।

মৰণত শৰণ দি দণ্ডি ধৰি লাহে লাহে পৰ্ব্বত বগাবলৈ ধৰিলোঁ। মাজে মাজে বৈ বৈ হাতীয়ে বাঁহ ভঙা শব্দলৈ কাণ কৰিবলগীয়া হৈছিল।

এই দৰে দুমাইলমান যোৱাৰ পিচত মটৰ কৰে বাঁহ ভঙাৰ শব্দ শুনিলো। আমি যোৱা বাটেই হাতী অহা উমান পাই ঠাইতে গছৰ আঁৰ লৈ খাপ ললো। দুই মিনিটমান যোৱাৰ পিচতে পাঁচ হাত মান দূৰৈত এটা হাতী দেখিলো, আকাৰ হে দেখিলো, প্ৰকাৰ দেখা নাপালোঁ। মৰাৰ ঠিক কৰি কপাল, কুম আদি আচল মৰাৰ ঠাই বিচাৰোঁতেই দেখিলো নিপোটল লোদোৰ-পোদোৰ পোৱালী হাতী এটা; দেখি তাতেই টপ মাৰি ৰ'লো। কিন্তু পোৱালীৰ পাচতেই ডাঙৰ মাক জনীক দেখি বুকু চিৰিং কৈ গ'ল। অতি সাৱধানে চুচৰি আঁতৰ হৈ বাট এৰি দিলো। মাকে পোৱালীয়ে আমাৰ ওচৰেৰে আমালৈ আওকাণ কৰি যাবলৈ ধৰিলে। অথন্তক পিচতে দেখিলো আমি থকা ঠাইত চাৰিও পিনে সৰুৱে-ডাঙৰে, মাইকী-পোৱালীয়ে ১৫ টা মান হাতী—আমি মাজতে পৰিলো। খেদি নামাৰিলেও গচকাত প্ৰাণ যাব এই আশঙ্কাতে গা কঁপিবলৈ ধৰিলে; ইষ্ট-দেৱতাৰ



নাম স্মৰণ কৰি বগুৱাবাই কোনোমতে এজোপা ডাঙৰ কাক-বাঁহৰ ভিতৰত সোমালোগৈ। সম্ভৱতঃ সিহঁতে আমাক দেখা নাপালে আৰু দেখিছিল যদিও নিঃশঙ্কমনে আমাক আওকাণ কৰি ওপৰৰ সমান ঠাইলৈ গ'ল, আমাৰো কণ্ঠত ধাতু আহিল। লাহে লাহে বাঁহৰ মাজৰ পৰা ওলাই হাতী কেনি গ'ল চাবৰ মনেৰে আমিও ওপৰলৈ গলো। দেখিলো হস্তী-পৰিবাৰে সমান ঠাইত উঠি জিৰণি লৈছে। গণি চালো—তিনি জনী মাক বাকী ১৪ টা পোৱালী। আকৌ ফটো কেমেৰাৰ কথা মনত পৰিল। দন্তাল বা মখনা লগত নাছিল।

চিকাৰীয়ে ক'লে দন্তালটো লগত নাথাকে; এমাইলমান আঁতৰে আঁতৰে ফুৰে, কিন্তু পাচ নেৰে। দন্তাল অহাৰ আশাতে পুনৰ খাপ ললো।

মানুহ যি দৰে সবাৰো শত্ৰু, মানুহৰো শত্ৰুৰ অন্ত নাই। সময় আৰু সুবিধা পাই বিহপকুৱা, মহ, (একোটা কপো চৰাইৰ সমান) ডাঁহ সকলোৱে শত্ৰু শালিবলৈ ধৰিলে। কামোৰত সৰ্ব্বশৰীৰ দমলা-দমল দিলে। কাঁইটৰ আচোৰত ৰঙালী বিহুৰ বিহুৱান গাৰ তেজেৰে ৰাঙলী কৰিলে। কিন্তু আশাৰ অন্ত নাই। দন্তালৰ ছবিটিয়ে পৃথিবীৰ আন চিন্তা দূৰ কৰি দুখ-ভাগৰ পাহৰাই ৰাখিলে। বেলি মাৰ যোৱালৈকে দন্তালৰ ৰূপ ধ্যান কৰি অন্য মনা হৈ খাপ ললোঁ—দন্তালে সৎসঙ্গ বিচাৰি আন কেনিবা গ'ল। দুখে-ভাগৰে সাজে-সন্ধ্যায় 'কেম্প' পালোহি। বাটে বাটে পুনৰ সংকল্প কৰিলোঁ দন্তাল ককাইক

বিচাৰি উলিয়াবই লাগিব ; লগধৰি প্ৰীতি-সম্ভাষণ জনাবই লাগিব ।—এনেতে শ্ৰীযুত চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াৰ ডাক পৰিল, টেলিগ্ৰাফেৰে—যোৰহাট কছাৰীত চিকাৰ ওলোৱা বুলি । খবৰ পায়েই পুনৰ দুৰ্গা শ্ৰীহৰি বুলি যাত্ৰা কৰিলোঁ। যোৰহাটলৈ । সঁচাকৈ কবলৈ হলে আজি পাঁচদিনে চৰজজ চাহাবৰ মুখলৈ চাই চায়ো দন্তালৰ শোভন সুন্দৰ দিব্যমূৰ্ত্তি মনৰ পৰা আঁতৰাব পৰা নাই—ইয়াকেই সম্ভৱতঃ বোলে মায়া বা মোহ ।

---

# সহানুভূতি

৺ কনকলাল বৰুৱা

[ ৺কনকলাল বৰুৱা অসমৰ এগৰাকী উচ্চশ্ৰেণীৰ সাহিত্যিক আৰু প্ৰত্নতাত্বিক আছিল। অসমৰ বুৰঞ্জী ভৰালত তেখেতৰ গবেষণাপূৰ্ণ ৰচনাৱলী এটি আপুৰুগীয়া দান। তেখেতৰ "আৰ্লি হিষ্ট্ৰি অব্ কামৰূপ" পুথিখনি এখনি পঢ়িবলগীয়া বুৰঞ্জী। ]

লোকৰ মনৰ ভাৱেৰে আমাৰ মনৰ ভাৱৰ ঐক্যই সহানুভূতিৰ মূল। আমাৰ চাৰিওফালে য'তে আমাৰ মনৰ ভাৱৰ প্ৰতিবিম্ব দেখোঁ, তাৰে সৈতে আমি মিলো, তাকে আমি সহানুভূতি দেখুৱাওঁ। ইয়াকে কৰা মানুহৰ লক্ষণ।

এই সহানুভূতিৰ বলত মানুহৰ সমাজ স্থাপন, পৰিয়ালৰ মাজত মিল আৰু একেজাতিৰ মানুহৰ মাজত ঐক্যভাৱ হৈছে। অকল যে আমি আনলৈ সহানুভূতি দেখুৱাবলৈ ব্যগ্ৰ এনে নহয়। আমাৰ অন্তৰেও আনৰ সহানুভূতি সদায় বিচাৰে। যেয়ে আমাক সেই সহানুভূতি দেখুৱায় তাকে আমি ভাল পাওঁ, সেয়ে আমাৰ বন্ধু. যেয়ে নেদেখুৱায় তাকে আমি ভাল নাপাওঁ, তাৰে সৈতে আমাৰ মত ভেদ আৰু বিবাদ।

নিচেই কম বয়সৰ পৰাই মানুহৰ মনত সহানুভূতিৰ গুটি সিচাঁ হয়। পিচত ক্ৰমে বৃত্তিৰ বিকাশ হয়। বহুত

মানুহ একেলগে গোটখাই একেটা ভাৱ প্ৰকাশ কৰিলে আমাৰ মনেও সেই ভাৱকে প্ৰকাশ কৰে। বেজাৰকৈ মন মাৰি থকা ল'ৰা এটিক ৰঙিয়াল আন লৰা কিছুমানৰ মাজলৈ আনিলে তাৰ মনৰ পৰা বেজাৰ আঁতৰি যায়। সি তেতিয়া ৰঙিয়াল আন ল'ৰাবিলাকক সহানুভূতি দেখুৱায়। ইয়েই ভাৱৰ সংক্ৰমণ। সহানুভূতিৰ ই প্ৰথম অৱস্থা। কিন্তু আমাৰ ভাৱেৰে আমাৰ ভাৱ মিলিলেই সহানুভূতি সম্পূৰ্ণ নহয়। লোকৰ মনত কি হব লাগে তাক ভালকৈ চাবলৈ আমাৰ মনেই দাপোণৰ নিচিনা। কোন সময়ত আমাৰ মনত কি ভাৱৰ উদয় হয়, তাক সেই সময়ৰ আমাৰ মনৰ ভাৱেৰে বিজাই জানিব পাৰোঁ। কথাটো অলপ বহলাই কোৱা য'ক। যেনে কোনো মানুহ দুখত পৰিলে তেওঁৰ ভাৱ কেনে হয়, তাক আমি সেই অৱস্থাত পৰিলে আমাৰ মনৰ ভাৱ কেনেকুৱা হয়, তাৰে সৈতে মিলালেই সহজে বুজিব পাৰো। সেই দেখি সেই মানুহটিৰ দুখত আমি দুখ আৰু সুখত সুখ অনুভৱ কৰোঁ। লোকৰ দুখ বা সুখ দেখি তাক অনুভৱ কৰিলেই সেই অনুসাৰে কাৰ্য্য কৰিবলৈ আমাৰ ইচ্ছা হয়। অৰ্থাৎ দুখ দেখিলে সেই দুখ গুচাবলৈ যত্ন কৰিবলৈ আৰু সুখ দেখিলে তাক সংবৰ্দ্ধন কৰিবলৈ আমাৰ প্ৰবৃত্তি জন্মে। সেয়েই সহানুভূতিৰ পূৰ্ণ অৱস্থা।

সহানুভূতিপূৰ্ণ মন কেনে সাঁচত ঢলা হব লাগে? প্ৰথমতে— আমাৰ মন এনেকুৱা হব লাগে যেন লোকৰ অলপ সুখ বা দুখ দেখিলেই আমাৰ মনও তুল্য-ভাৱযুক্ত হয়। দ্বিতীয়তে—আমি লোকৰ মুখ বা আকৃতি দেখিয়েই তেওঁ-লোকৰ মনৰ ভাৱ কেনে হব পাৰে তাক কল্পনা কৰিব পৰা শক্তি থাকিব লাগে। মনত বেঁকা ভাৱ থকা মানুহৰ সহানুভূতি কম। সেই দেখি হিংসুক মানুহে লোকক সহানুভূতি দেখুৱাব নোৱাৰে। লোকৰ সুখত আমাৰ যি সহানুভূতি হয়, দুখত তাতকৈ অনেক অংশ বেছি হয়। যি সহানুভূতি দেখুৱায় তাতকৈ যাক দেখুৱা হয়, তাৰ মনত বেছি ৰং লাগে। উমলি থকা সৰু ল'ৰাটিৰ ধেমালিত ডাঙৰে যোগ দিলে বা আন কোনো ৰকমে তাৰ ধেমালিত সহানুভূতি দেখুৱালে, সি আনন্দত বিভোৰ হয়। দুখীয়াৰ দুখত আনে সহানুভূতি দেখুৱালে তাৰ দুখ কমে। সহানুভূতি পালে অকল আমি যে ৰং পাওঁ এনে নহয়, সহানুভূতিৰ দ্বাৰাই আমাৰ ধাৰণা বিলাক দৃঢ়ীভূত হয়। এটা ল'ৰাই কোনো এটি কামত কৃতকাৰ্য্য হব পাৰিলে নিজৰ শক্তিৰ সি যি ধাৰণা কৰিব পাৰিব, আন মানুহে তাক কৃত-কাৰ্য্য হোৱা দেখি প্ৰশংসা কৰিলে, তাৰ সেই ধাৰণা আৰু দৃঢ় হব।

পৰস্পৰ সহানুভূতিৰ ই এটি বিশেষ লক্ষণ যে, যাক আমি সহানুভূতি দেখুৱাওঁ সি আমাক ঘূৰি সহানুভূতি নেদেখুৱালে তাৰ প্ৰতি আমাৰ আৰু সহানুভূতি নাথাকে। সেইবাবে যাক আমি আপোনপেটীয়া মানুহ বোলো তেনে মানুহে কেতিয়াও লোকৰ পৰা সহানুভূতিলৈ আশা কৰিব নোৱাৰে। পৰস্পৰ সহানুভূতি বিশেষকৈ দুবিধ। প্ৰথম—আমাৰ বন্ধু

বান্ধৱৰ সুখ-দুখত সহানুভূতি প্ৰকাশ কৰো। দ্বিতীয়—আমি এটা বা দুটাৰ প্ৰতি সহানুভূতিৰ ক্ষেত্ৰ বহল কৰো। কোনো জাতীয় অনুষ্ঠান এটিৰ প্ৰতি আমাৰ যি সহানুভূতি হয়, সেয়েই এই বিধৰ।

এতিয়া কেনে অৱস্থাত আমাৰ সহানুভূতি জন্মিব পাৰে তাক দেখা য'ক। পৰস্পৰ সহানুভূতি হব লাগিলে দুয়ো পক্ষৰ প্ৰকৃতি আৰু মনৰ ভাৱৰ ঐক্য হব লাগে আৰু দুয়ো পক্ষৰ মাজতে ঘনিষ্ঠতা হব লাগে। সহানুভূতিতকৈ দয়া অলপ ওখ। দুখত পৰা নিঃসহায় মানুহলৈ আমাৰ কোমল মৰমৰ ভাৱ এটি ওপজে। সেয়ে দয়া। দয়া সহানুভূতিৰ এবিধ বলী অৱস্থা; অৰ্থাৎ সহানুভূতি বাঢ়িলে বা গাঢ় হলে দয়াত পৰিণত হয়। এনেকুৱা সহানুভূতি দেখুৱাত সদায় আনন্দৰ চিন থাকে। সেইদেখিয়েই কোনো কোনো মনোবিজ্ঞানবিদ পণ্ডিতে Luxury of Pity ৰ কথা উল্লেখ কৰে।

আমি আগেয়ে কৈছোঁ যে কম বয়সৰ পৰাই লৰাৰ মনত সহানুভূতিৰ উদ্ৰেক হয়। ডাৰউইনে কৈছে, তেওঁৰ ছমহীয়া লৰা এটিয়ে তাৰ ধাইজনীয়ে কান্দিব খুজিলেই কেঁকুৰিবলৈ ধৰে।

ক্ৰমে যিমানেই অভিজ্ঞতা বাঢ়ে, সিমানে লৰাৰ সহানুভূতিৰ বিকাশ হয়। লোকৰ দুখ দেখি বা দুখৰ কথা শুনি আমাৰ প্ৰথমে দয়া জন্মে। সৰু লৰাৰ আগত আন কেনো মানুহৰ কষ্টৰ কথা কলে সি সদায় বেজাৰৰ চিন দেখুৱায়। লৰাই



সোনকালে লোকৰ দুখ বুজিব পাৰিলেও আনৰ সুখ অলপ ডাঙৰ হলেহে বুজিব পাৰে। যিমানে লৰাই দয়া দেখুৱাবলৈ ধৰে সিমানে ক্ৰমে পিচত সি লোকৰ সুখৰ কথা ধাৰণা কৰিব পাৰে। কাৰণ, দয়া হলে সদায় আনৰ দুখ গুচি সুখ হোৱাহে দেখিবলৈ আমি বাঞ্ছা কৰোঁ। পিচত তাৰ যিমান অভিজ্ঞতা, বোধ আৰু অনুভৱ কৰিব পৰা শক্তি বাঢ়ে সিমান সহানুভূতিৰ ক্ষেত্ৰ বহল হৈ যায়। যি লৰাই ঘৰৰ ভাই-ভনী আৰু মাক-বাপেককহে সহানুভূতি দেখুৱাব জানিছিল, পিচত সি বাটকুৰা মগনীয়া আৰু দুখীয়াৰ প্ৰতিও সহানুভূতি দেখুৱাবলৈ ধৰে। শেষত ক্ৰমে সহানুভূতিৰ বিকাশ হৈ তাৰ শেষ সম্পূৰ্ণ অৱস্থা দাক্ষিণ্য-ভাৱত পৰিণত হয়।

লৰাৰ শিক্ষাত সহানুভূতিৰ বহুত ব্যৱহাৰ দেখিবলৈ পোৱা যায়। পঢ়াশালিত ইটো সিটোৰ মাজত সহানুভূতি জন্মোৱা শিক্ষকৰ এটি প্ৰধান কাম। তাৰ নিমিত্তে শিক্ষকে নিজে লৰা-বিলাকক সহানুভূতি দেখুৱাব লগে। তেহে সিহঁতে আনকো সহানুভূতি দেখুৱাবলৈ শিকে। জ্ঞানৰ অনুশীলন আৰু চৰিত্ৰ গঠন কৰাত সহানুভূতিৰ বিশেষ সম্বন্ধ আছে। সেইদেখি আমাৰ মন সহানুভূতিপূৰ্ণ হব লাগে।

---

# ভাগ্য পৰীক্ষা

## ২য় দৃশ্য—বজাৰৰ ওচৰৰ আলি ।

শ্ৰীচন্দ্ৰধৰ বৰুৱা

[ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা অসমীয়া সাহিত্য আকাশৰ এটি উজ্জ্বল তৰা ; এখেতে অসমৰ কাব্য-নাট্য আৰু গদ্য সাহিত্যত যি দান কৰি গৈছে সিয়েই, তেখেতক আজি সন্মান] আৰু প্ৰশংসাৰ ভাগী কৰাৰ উপৰিও অসমৰ ভাবী সাহিত্য সমাজত এখনি ওখ আসন দিব । এইজনা লেখকৰ সাহিত্যত ফুটি উঠিছে ভাৱৰ গাম্ভীৰ্য্য, ভাষাৰ সৰলতা আৰু প্ৰকাশ-ভঙ্গীৰ তীব্ৰতা । অমিত্ৰাক্ষৰ ছন্দত যি কেইগৰাকী কীৰ্ত্তিমান পুৰুষে অসমীয়াত প্ৰথমে কাব্য লিখিবলৈ লয়, তাৰ ভিতৰত চন্দ্ৰধৰ বৰুৱাও আছিল এজন । বৰুৱা দেৱৰ 'মেঘনাদ বধ', তিলোত্তমা সম্ভৱ'ৰ নাটকীয় কবিতাত মাইকেলৰ কাব্যৰ স্পষ্ট প্ৰতিধ্বনি শুনিবলৈ পোৱা যায় । ]

( গেন্ধেলা ওজা আৰু জলহু ভকতৰ প্ৰবেশ )

জলহু । ইস্, ৰাম ৰাম্ ! ৰাম ৰাম ! দেউ, নগৰখন এনে বুলি জনা হলে, ইয়াক চাবলৈ মই সত্ৰৰ পৰা খোজকে নলৰালোঁ হেতেঁন ।

গেন্ধেলা । কিয় ? কিনো বেয়া দেখিলা ?

জল । আকৌ সুধিছেহে । এইখন দেশত থাকিলেনো আৰু মানুহৰ জাত থাকেনে ? আমি হিন্দুস্থানী মানুহ ইয়াত কেনেকৈ থাকিম ? বজাৰখন মই ভাবিছিলোঁ, বোলোঁ



আমাৰ সত্ৰৰ ওচৰত থকা গোবাঙ্কমল কেঞাৰ গোলাখনৰ দৰেই হ'বলা ; সেয়ে চাগৈ ডাঙৰ । পাচে দেখোন, চিৰাই, পিঠাই, মাছে, শাকে, চাউলে পাতে, গোটেইখন একে কঠি ! এইখন বজাৰৰ বস্তু খালে আৰু জাত ক'ত থাকিব দেউ ?

গেন্ধে । এৰা, নগৰমাটি ঠাই নহয় ! ইয়াত আমাৰ সত্ৰৰ সমান বাছ-বিচাৰ নাই ।

জল । গৰু-ম'হ চৰাবলৈ যি ঠাই নাইয়েই, আনকি ফুৰা হবলৈকো ক'তো এচমকা ঠাই নাই । আমি হলে ইয়াত বান্ধি থলেও থাকিব নোৱাৰোঁ । আমাক, উদাসীন 'বৈষ্টওঁ' মানুহক, যাইকৈ লাগে গৰু-ম'হৰ খুঁটি আৰু তাৰ পাচতে হৰিনাম । গৰু ম'হটো থিয় কৰিবলৈ ঠাই নেপালে, আমি ইয়াত কেনেকৈ থাকিম ?

গেন্ধে । সেইটো আৰু ইয়াত পোৱা নহয় ।

জল । মই হলে দেউ, সত্ৰ পায়েই, পোনেই ভাগতী বাপুৰ বহালৈ গৈ, পৰাচিত ধেনুচেৰেক হ'ম গৈ, ছয়ত্ৰিশ জাতিৰ মানুহে সৈতে ঠেলা-ঠেলি নকৰাকৈ ইয়াৰ বাটত এটা খোজ দিবৰ সন্ধি নাই । এটাইবোৰ বাৰ-বঙ্গলুৱা মানুহ ; গা-বোৰ কিবা ভেকেটা-ভেকেট্ গোন্ধায় ; কিনো বিংবিঙ্গায় তাৰো একো তত্ ধৰিব নোৱাৰোঁ । আৰু আমাৰ দৰে পোন কথা কোৱা যিখিনি হিন্দুস্থানী

মানুহ দেখিছোঁ, সিহঁতৰো আমাৰ দৰে কোজোৰা এটা নাই ; আৰু পিন্ধা-উৰা, ফুৰা-চকাও আমাৰ ফালৰ হিন্দুস্থানী মানুহৰ দৰে নহয় ।

গেন্ধে । এৰা, নগৰীয়া মানুহ নহয়, কি নীতি-নিয়ম আছে ? আৰু বিংবিঙ্গাৰ কথা যে কৈছা, সেইবোৰ বিদেশী মানুহ, সিহঁতৰ কথা বুজাটো এফেৰি টান। তেও বুলি হলে, মই একো মস্কিল নেপাওঁ দেই। গোঁসাইৰ মুক্তিয়াৰী কামত ফুৰোঁতে, ফুৰোঁতে, যত তৰহৰ বঙ্গলুৰা কথা আছে, মই সোপাকে শিকিলোঁ। আৰু ন'হবই নো কিয় ? মই নেদেখা দেশ নো আৰু কেইখন আছে ? যেনেকি বিদেশী মানুহটো হক, মই বঙ্গলুৰা কথা হবলৈ ধৰিলে, সি তবধ লাগে নহয় ।

জল । দেউ, এষাৰ্বদিয়েক শুনালেহেতেঁন যদি ।

গেন্ধে । বাৰু, ছল পালে শুনাম থাকা ।

জল । আপুনি অলপ ৰ'ব । সৌটো পুখুৰী দেখিছোঁ, পানী টোপাৰ ছলটো আছে, মই মুখ-হাত ধুই আহোঁ ।

গেন্ধে । বাৰু যোৱা, মই বাটৰ দাঁতিতে বহি, গীত এটিকে ধৰোঁ ।

( বহে ; জলহুৰ প্ৰস্থান )

———

# দেৱাঙ্গ শিক্ষা কি ?

শ্ৰীবেণুধৰ শৰ্ম্মা ।

[ আধুনিক যুগত যি কেইগৰাকী লিখকৰ ৰচনাই অসমীয়া সাহিত্য ভৰাল চহকী কৰিছে তাৰ ভিতৰত, শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ নাম লেখত লবলগীয়া। বিস্মৃতিৰ ঘোপমৰা এন্ধাৰৰ বুকু ফালি প্ৰত্নতত্ত্বমূলক সাহিত্য ৰচনীসনা ভাষাৰ মাজেদি পাঠক সমাজৰ আগত দাঙি ধৰাত এই গৰাকী লেখক অদ্বিতীয়। ভাষাত গাম্ভীৰ্য্য, প্ৰকাশ-ভঙ্গীত তীব্ৰতা আৰু ভাৱত এটি গৱেষক বুদ্ধিমত্তাৰ অগ্নি-প্ৰয়োগে এখেতৰ সাহিত্যলৈ এটি মন কৰিবলগীয়া বৈশিষ্ট্য আনি দিছে। এইজন লেখক 'আৱাহন', 'বাঁহী' আদি কাকতত প্ৰকাশ হোৱা প্ৰবন্ধাৱলীয়ে অসমীয়া সাহিত্যৰ গুৰি সুদৃঢ় কৰিছে। ]

শিক্ষাৰ প্ৰধান উদ্দেশ্য হৈছে মানুহক মানুহ কৰা। আমিৰ পৃথিৱীত থিতি হবৰ দিনাই আমাৰ কান্ধত বহুত দায়িত্ব আহি পৰিলহি । ঘৰৰ পৰিয়াল, সমাজ, দেশ আৰু ঈশ্বৰৰ প্ৰতি একো একোটা গুৰুভাৰ জাপ খাই পৰিলহি। সেইবিলাকৰ প্ৰতি আমাৰ কৰ্ত্তব্যখিনি নিয়াঁৰিকৈ যেই সম্পাদন কৰিব পাৰিলোঁ সেই আমি নিভাঁজ মানুহৰ বৰ শাৰীত বহিবলৈ অধিকাৰ লাভ কৰিলোঁ। এই অধিকাৰ লাভ কৰাৰ বাট মাথোন একেটা—নিমাখিত ভাৱে থাকি মহৎ চিন্তাৰ অনুশীলন কৰা ; কিন্তু আজি এই সূত্ৰ উলটি গৈছে। আগৰ সেই সধাৰণ জীৱিকা নিৰ্ব্বাহ আজি নাই, বা উচ্চ চিন্তাও নাই।

আছে বাহ্যিক আভৰণ। অন্তৰত সুমুৱাৰ পৰা জ্ঞানৰ বোজাতকৈ কাষলতিৰ তলত লৈ যোৱা তুলাপাত আৰু কিতাপৰ বোজাটো বেছি ডাঙৰ। কিতাপ-ফলি দমাই লব পাৰিলেই বিদ্যা অৰ্জ্জন নহয়—কিতাপত থকা জ্ঞান আয়ত্ত কৰিব পাৰিব লাগিব।

জননী জন্মভূমিক সেৱা কৰিবলৈ যি শিক্ষা আমাক লাগে, সেই শিক্ষাই দেৱাঙ্গ-শিক্ষা। এই দেৱাঙ্গ-শিক্ষালৈ ধাউতি ওপজাব পাৰিলেহে তুলাপাতৰ কথা আনি হিয়াৰ কোণত লিখি থব পাৰি। এই দেৱাঙ্গ-শিক্ষা হলেহে মেকী-টকাক ৰাজন-টকা কৰিব পাৰি। এই শিক্ষাৰ ফলতহে আমাৰ লক্ষ্যত উপস্থিত হবলৈ উৱাদিহ উলিয়াব পাৰোহঁক। বৰ্ত্তমান প্ৰচলিত শিক্ষা বিষয়ে আমাক মনোমত শিক্ষাদান কৰিব পৰা নাই। এই কথা প্ৰত্যেক চিন্তাশীল পুৰুষেই ভালকৈ বুজি আহিছে। হিন্দু সভ্যতাৰ অনুগামীসকল সততেই পুৰণি-সেকুৰা, আচম্বিতে হোৱা পৰিৱৰ্ত্তন তেওঁলোকে সমৰ্থন কৰিব নোখোজে। কিন্তু অসমীয়া জাতিৰ ভাগ্য-বিপৰ্য্যয়ৰ লগে লগে সেই পৰিৱৰ্ত্তন আপোনাআপুনি আহি পৰিল। এতেকে যি অৱস্থাৰ পাক-চক্ৰত আমি পৰিছোঁ সেই অৱস্থাৰ সদ্ব্যৱহাৰ কৰাই আমাৰ সুপ্ৰতুল বুদ্ধিৰ পৰিচায়ক।

আজি আমি পছিমীয়া সভ্যতাৰ আদৰ্শত থিয়-দঙা দিছোঁ। বৃটিছ জাতিৰ শিক্ষা পদ্ধতি আমাৰ আদৰ্শ। এই আদৰ্শ যে তেনেই দলিয়াই পেলাবলগীয়া বা আৱৰ্জ্জনাপূৰ্ণ এনে নহয়।



বৰ্ত্তমান যুগত তিষ্ঠিবলৈ এই আদৰ্শই আমাক পাকে-প্ৰকাৰে সহায় কৰি আহিছে। হিন্দু সভ্যতাৰ সৎখিনি পছিমীয়া সভ্যতাৰ লগত সামঞ্জস্য ৰাখিব পাৰিলেই সোণত সুৱগা চৰা হব। তাহানিখন ভাৰতবৰ্ষত জয়ে জয়ে স্বৰাজ-মন্ত্ৰত ফুঁক দিওঁতা দাদাভাই নৌৰুজীয়ে কৈছিল—আমাৰ মাজত বৃটিছৰ আহিৰে শিক্ষা প্ৰচাৰ হোৱাত ভাৰতবাসীৰ মন যি ভাৱে উচ্চ, মহৎ, বৃহৎ আৰু উন্নত হ'ল তাক ভাৰতৰ বুৰঞ্জীত খিলঞ্জীয়া ভাৱে লিখি থব লাগিব। বৃটিছৰ শাসনে বৃটিছৰ মূলমন্ত্ৰ গ্ৰহণ কৰিবলৈহে আমাৰ বাট মোকোলাই দিছে। ইংৰাজৰ মূলমন্ত্ৰ হৈছে—"আমি ইংৰাজ স্বাধীন।"

আৰু আমি? সেই ইংৰাজ শাসনেৰে শাসিত প্ৰজা হৈ আমি কৰিছো কি? গাই-গোটা পেটেভৰাল নিয়ম অনুসৰণ কৰি ছালে-বাৰে কোবাই ফুৰিছোঁ। আমাৰ দেশত নাই কি আৰু নাছিল কি? ইংৰাজৰ দেশৰ ল'ৰাইহে বীৰৰ কাহিনী গাব পাৰে—আমি গাব নোৱাৰোনে? স্বদেশ-বৎসলতাত বৃটিছ সন্তানৰ বুকু যদি বহল হৈ আছে, আমাৰনো তেন্তে ভগদত্ত, বাণ, ৰুদ্ৰসিংহ, কলিয়াভোমোৰা, বৰফুকনৰ নামত স্বদেশানুৰাগত বুকু কিয় ফিন্দ নেখাব? ইংৰাজৰ গ্লেডষ্টোন, ডি ভেলেৰা, হেৰ হিটলাৰ ৰাজনৈতিক পাণ্ডিত সঁচা—আমাৰ মোমাই তামুলীৰ দৰে চিকুণ ম-মৈয়া ৰাজ্য পতা ৰাজনৈতিক পুৰুষ কেইজন? তেনে পুৰুষৰ চানেকীৰে জীৱন গঢ়িব নোৱাৰিলে আমাৰ জীৱনতে ধিক্কাৰ।

আজি অসমীয়া জাতিয়ে ভাবি চোৱা উচিত তেওঁলোক পদে পদে, কথাই কথাই কেনেকৈ পৰমুখাপেক্ষী। লোকে আমাৰ মুখত ভাত ছুটিয়াই দিলেহে আমি খাবলৈ পাওঁ। এই যে পৰমুখাপেক্ষী ভাব, এই যে লোকৰ তলতীয়া দাস হোৱা স্বভাৱ ইয়াক আমি মৰিমুজি দলিয়াই পেলাব লাগিব। আমাৰ আত্মসন্মান আমি বজাই ৰাখিব লাগিব। সদায় মনত ৰাখিব—এই খন অসম দেশ। ইয়াৰ আকাশত যি চৰাই বগাই ফুৰে সি অসমীয়া, পাতালত যি বন গজে সি অসমীয়া, তাৰ ঠন ধৰা গচ্‌টোও অসমীয়া। পানীত যি মাছ ফুৰে সিও অসমীয়া—তাৰ জাকি মৰা ধৰণটিও অসমীয়া। এই ভূমিত জন্মলাভ কৰি ডাঙৰ-দীঘল হৈ ইয়াতেই চকুমুদি যাবলগীয়া আমি মানুহবোৰো অসমীয়া। এই অসম দেশৰ স্বাৰ্থটি আমাৰ হাড়ে-হাড়ে নাড়ীয়ে-নাড়ীয়ে, তেজে তেজে বিজড়িত হৈ আছে। শদিয়াৰ পৰা কৰতোৱাৰ পাৰলৈকে আমি যি খিনি মানুহে একে মাত কথাকে মাতো, একে আহিৰে জীৱন নিৰ্ব্বাহ কৰো, এক উদ্দেশ্য, এক ভাৱ লৈ বিচৰণ কৰো, সেই খিনিৰ মাজত এনে ভাৱে ভ্ৰাতৃভাৱৰ শিকলিৰে বান্ধ খোৱা উচিত যাতে এঠাইত টিপা মাৰিলেই গোটেই দেশখন ইমূৰৰ পৰা সিমুৰলৈকে জনক্ কৈ উঠে। প্ৰতিজন অসমীয়াৰে উচিত, অসমীয়া বুলি গৰ্ব্বত বুকু ফিন্দাই তোলা; অসম দেশ মোৰ দেশ বুলি সকলো উপকৰা স্বাৰ্থ জলাঞ্জলি দিয়া।



# ঘুনুচা

## ৺শৰৎচন্দ্ৰ গোস্বামী।

[ ৺শৰৎচন্দ্ৰ গোস্বামী দেৱ শিক্ষা বিভাগৰ এগৰাকী উচ্চ পদস্থ কৰ্ম্মচাৰী। অৱসৰ সময় খিনিতে এখেতে অসমীয়া ভাষাত বহুতো গল্পাদিৰ কিতাপ লিখি যথেষ্ট সাহিত্যানুৰাগৰ চিনাকি পচুৱৈ সমাজক দিছে। সৰল ভাষাই হৈছে এখেতৰ লিখাবোৰৰ প্ৰধান বৈশিষ্ট্য। গোস্বামীদেৱৰ গল্পবোৰ চিত্তাকৰ্ষক। "পানি পথ", "গল্পাঞ্জলী" আদি পুথিৰে এখেতে অসমীয়া সাহিত্য-ভৰাল সঁচাকৈয়ে চহকী কৰিছে। ]

(১)

ৰাবিবাৰ দিন। মনে মনে সূৰ্য্যদেৱে কেতিয়া বুৰ মাৰিলে তালকৈ কোনোৱে কবই নোৱাৰিলে! কেন্‌কেনীয়া বৰষুণ পৰিছে—ঝাপ্ ঝাপ্ ঝুপ্ ঝুপ্। বাটৰ কাষৰ সৰু সৰু বন আৰু গছৰ জোপাবোৰত শব্দ হৈছে—ঝাপ্ ঝাপ্ ঝুপ্ ঝুপ্। আকাশ মেঘেৰে ঢাকা, তলত ভিজা মাটি মাজে মাজে বা পানী, মাজে মাজে বা বোকা। নৈৰ ওচৰৰ সৰু বাটটিয়েদি এজনী তিৰোতা যাব লাগিছে। মুৰত আঁচলৰ এক লোচ দি বৰষুণৰ বিৰুদ্ধে যুদ্ধত সাজু হৈছিল; কিন্তু বৃষ্টি দেৱতাই তিৰোতাজনীৰ এনে ধৃষ্টতা দেখি অত্যন্ত কুপিত হৈ তেওঁৰ গোটেই কাপোৰ-কানি তিয়াই পেলাইছে। খোজ দিছে খৰকৈ যেন কোনো বিশেষ কাজ আছে। প্ৰথম দেখাত এওঁক ৩০।৩৫ বছৰীয়া

যেন দেখি, কিন্তু অলপ ভালকৈ চালে বুজিব পাৰি মানুহজনীৰ ৰয়স ২৫।২৬ৰ ভিতৰতে; হয়তো কিবা কষ্ট বা বেমাৰত এনে অৱস্থা পাইছে। দেখাত যে বৰ ধুনীয়া এনে নহয়; কিন্তু ভাল অৱস্থাত থাকিলে মুনিজন-মনো-মোহিনী নহওক, বিশেষণ-বিহীন-সুন্দৰী আখ্যাৰ উপযোগ্যা। নদীৰ পাৰে পাৰে গৈ তেওঁ এটি সৰু খেৰৰ ঘৰ পালে; নৈৰ ওচৰতে, চাৰিওফালে বাৰীৰ নিচিনা অলপ হাবি-বন। খাব নোপোৱা মানুহৰ হাতৰ নিচিনা ঘৰটিৰ চালৰ কামিবোৰ ওলাইছে। লেপি দিয়া বটাৰ বেৰবোৰৰ তলৰ ভাগটি মাটিয়ে খোৱা। প্ৰায় মাটিয়েই বতাহ-বৰষুণ আৰু পোক-পৰুৱাৰ অত্যাচাৰত খহি পৰিছে। চোতালখন সৰু, অপৰিষ্কাৰ শেলাইৰে ভৰা। এটি কোণত চাৰিটি তাঁত-শালৰ খুটা পোতা। তিৰোতাজনী আহি এই চোতালত থিয় দিলে; আৰু কাতৰস্বৰে মাতিলে, "উঃ ৰাম! বাপা ঐ!" ঘৰৰ ভিতৰৰ পৰা পোহৰৰ ক্ষীণ ৰেখাৰ লগত ৰোগীৰ বেদনা-সূচক এটি অস্ফুট ধ্বনি শুনা গ'ল।

(২)

এই ঘৰটি তিৰোতাজনীৰ। তেওঁৰ সংসাৰৰ একমাত্ৰ সম্বল, ৫।৬ বছৰীয়া পুতেক মণিৰাম। আজি বাৰ দিন পুতেকৰ জ্বৰ, প্ৰথমতে দুই চাৰি দিন অলপ এৰা-পৰা কৰিছিল; কিন্তু আজি ৮।৯ দিন লৰাটিৰ একেটা জ্বৰে পুৰি মাৰিব ধৰিছে। একো দিহা নাপাই দুখিনী বিধবা মাকে আজি কবিৰাজক ঘৰলৈ আনে, এনে সম্বল তেওঁৰ নাই; কাবৌ-কাকূতি কৰি যদি এটিবাৰ আনিব পাৰে, এই আশা। কবিৰাজবিলাক যে দুখীয়াৰ প্ৰতি কেনে সদয় তাক তেওঁৰ ভাল জনা আছিল; সেই দেখি হাতৰ থাকু চাৰিপাত বেচি সিকি এটি দিহা কৰি নিছিল, আৰু আহোঁতে ৰাতি হব জানি ঘৰত চাকিটি জ্বলাই থৈ গৈছিল।



(৩)

মানুহজনীৰ নাম ঘুনুচা। ঘুনুচাৰ ভাগ্য চিৰদিনে এনে নাছিল। অতীতত তেওঁ ধনীৰ জীয়েক, ধনীৰ বোৱাৰীয়েক আৰু ধনীৰ ঘৈণীয়েক আছিল। কিন্তু "নীচৈর্গচ্ছত্যুপৰি চ দশা চক্রনেমিক্রমেণ"—ৰথৰ চকৰিৰ নিচিনা ভাগ্য কেতিয়াবা ওপৰলৈ উঠে, কেতিয়াবা বা তললৈ নামে। সংসাৰত সুখীৰো দুখ হয়, দুখীৰো সুখ হয়; ধনীয়ো নিৰ্ধনী হয়, নিৰ্ধনীয়ো ধনী হয়। সৰু কালত সুখত লালিত-পালিত হোৱা ঘুনুচাৰ উপযুক্ত বয়সত উপযুক্ত স্বামীৰ লগত বিয়া হয়; তেতিয়া তেওঁৰ সুখ আৰু সৌভাগ্য দহজনৰ ঈৰ্ষাৰ বিষয় আছিল। কিন্তু কালচক্ৰে তেওঁৰ পিতৃ আৰু শ্বশুৰ কুলৰ সকলোকে মৃত্যুৰ তলত পেলাই তেওঁকে দুখৰ বোজা বৈ থাকিবলৈ এই সংসাৰৰ ওপৰত তুলি থৈ গ'ল। যেতিয়া তেওঁৰ স্বামীৰ মৃত্যু হয়; তেতিয়া ঘুনুচা গৰ্ভৱতী। সময়ত তেওঁৰ এটি পুত্ৰ সন্তান ভূমিষ্ঠ হল; ঘুনুচাই দুখৰ ভিতৰতো

মেঘৰ বিজুলীৰ নিচিনা, এটি সুখৰ ৰেখা দেখা পালে ; দূৰৈত এটি আশাৰ দীপ জিলিকিল।

কিন্তু হিংসা আৰু লোভৰ প্ৰবল বতাহে সেই আশা দীপটিক অকালতে নুমাই পেলাবৰ উপক্ৰম কৰিলে। ঘুনুচাৰ এজন দেৱৰ আছিল—তেওঁ ঘুনুচাৰ খুড়া-শহুৰেকৰ পুতেক। যেতিয়া ঘুনুচাৰ আপোন বুলিবৰ সকলো জহনী ৰোগত মৰি গ'ল তেতিয়া এৰেঁই তেওঁৰ সম্পত্তিৰ প্ৰথম চৰিক হ'ল। সম্পত্তিৰ লোভত প্ৰথমতে কিছুদিন ঘুনুচাক বৰ আদৰ-যত্ন কৰিছিল। কিন্তু বোৱেকক গৰ্ব্ভৱতী জানি তেওঁৰ শান্তি নোহোৱা হ'ল,—গৰ্ব্ভত থকা শিশু যদি সম্পত্তিৰ উত্তৰাধিকাৰী হয়। ভূমিষ্ঠ হোৱাৰ আগেয়ে সেই শিশু নষ্ট কৰিবলৈ প্ৰথমতে বহুত যত্ন কৰিও কৃতকাৰ্য্য নহল। তেতিয়াও আশা আছিল— যদি ছোৱালী হয়। কিন্তু যেতিয়া দুৰদৃষ্টক্ৰমে ঘুনুচাই পুত্ৰ সন্তানহে প্ৰসৱ কৰিলে, তেতিয়া সুগুণসম্পন্ন দেৱৰৰ মনত যেন জুইহে জ্বলিল। গাৱঁৰ মেলেকী সকলৰ লগ লাগি ঘুনুচা দুশ্চৰিত্ৰা আৰু তেওঁৰ পুত্ৰ জহৰা তাক প্ৰমাণ কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। টকা পালে মেলেকী সকলৰ অসাধ্য কাম একো নাই ; গতিকে প্ৰমাণ হল, ঘুনুচাৰ পুত্ৰ জহৰা, তেওঁ দুশ্চাৰিণী ; সুতৰাং সকলো সম্পত্তি তেওঁৰ দেৱৰৰ। চব-ডেপুটী চাহাবৰ ওচৰত নাম জাৰিৰ দৰ্খাস্ত পৰিল, খাটিব আৰু ভেটিৰ জোৰতে নামজাৰি হল। সহায়-সম্পদ বিহীনা ঘুনুচা লাঞ্ছিতা, বঞ্চিতা আৰু পৰিত্যক্তা হৈ নৈৰ পাৰত এই ঘৰটিত



দুবছৰৰ শিশু-সন্তান মণিৰামক বুকুত বান্ধি লৈ বাস কৰিবলৈ ধৰিলে। আইন অনুসাৰি পাবলগীয়া সম্পত্তি নাপালে। দুখীয়াৰ নো আইন-কানুন কি ?

(৪)

লাহে লাহে তিনটি বছৰ অনন্ত কাল-সাগৰত ঢৌৰ নিচিনাকৈ বিলয় হল। তাৰ লগে লগে সুখী-দুখী হল, দুখী—সুখী হল, ৰোগী আৰোগ্য হল, নিৰোগীৰ ৰোগ হল, কিন্তু ঘুনুচাৰ হলে দুখৰ অন্ত নপৰিল। এই তিনিবছৰ খুজি-মাগি শিশু সন্তানটিক পোহ-পাল দি আছিল, এতিয়া তাৰ জ্বৰ হল। হাতৰ কাণৰ যি আছিল সকলো খৰচ কৰি সেই জ্বৰ এৰুৱালে। কিন্তু জ্বৰৰ পিচত সুপথ্য আৰু উপযুক্ত চিকিৎসাৰ অভাৱত সেই জ্বৰ নাড়ীত বহি জীৰ্ণ-জ্বৰ হল। ইফালে খাবৰ যোগাৰ ঘৰত নাই ; ঘুনুচাই এমুঠি খুজি নানিলেও নহয়। যেতিয়া খুজিবলৈ ঘুনুচা বাহিৰলৈ যায়, তেতিয়া মণিৰামে গাৱঁৰ আন আন লৰাৰ লগলাগি আম, কঠাল, তিয়হ প্ৰভৃতি কুপথ্যৰ শ্ৰাদ্ধ কৰে। কাজে কাজেই সেই জীৰ্ণ-জ্বৰ—কলাজ্বৰত পৰিণত হল। পেটত প্লীহা-যকৃতে দেখা দিলে। দেখোঁতে দেখোঁতে মণিৰাম নদন-বদন ল'ৰাটি গুচি পিশাচৰ নিচিনা অতি ভয়ঙ্কৰ আকৃতিৰ হৈ পৰিল। পুতেকৰ এনে ভয়ঙ্কৰ অৱস্থা দেখি ঘুনুচাৰ ধাতু উৰিল। আগৰ দিনৰ পাটৰ বিহা-মেখেলা দুযোৰমান, স্বামীৰ প্ৰথম সন্মিলনত পোৱা সোণৰ আঙঠি এটি

আছিল। স্বামীৰ সোঁৱৰণী বুলি ঘুনুচাই এই বস্তুখনি প্ৰাণান্তিকেও ৰাখিছিল। কিন্তু এতিয়া সকলোফালে নিৰুপায় হৈ ওচৰৰ কবিৰাজ এটিক সোপাই সমৰ্পণ কৰি চিকিৎসা কৰিবলৈ খাটিলে। এমাহমান ঔষধ-পাতি খুৱাই কবিৰাজ ডাঙৰীয়াৰ বেচ আৰু বেজালি দুয়ো সাঙ্গ হল। তেওঁ এদিন আহে, এদিন নাহে, এনেকৈ আৰু দহদিনমান থাকি এদিনাখন ঘুনুচা তেওঁৰ ওচৰলৈ যাওঁতে কৈ পঠিয়ালে যে, ঘুনুচাৰ আঙঠি এটিৰ বানচত নো তেওঁ কিমান দিন দৰব দিব; তাৰ মূল উঠি গৈছে; নতুন ঔষধ খুৱাব খুজিলে নতুন বেচ লাগিব। কবিৰাজৰ ভাৱ আছিল, ধনীৰ ঘৈণীয়েক ঘুনুচাৰ আৰু কিবা আছে! ঘুনুচাই মূৰে-কপালে হাত দি নিজৰ কপালকে সকলো দোষৰ ভাগী কৰি উলটি আহিল।

( ৫ )

মণিৰামৰ বেমাৰ দিনক দিনে বেছি হৈ গৈছে; ইফালে ঘুনুচাৰো খাব-লবলৈ নাপাই শৰীৰ দিনক দিনে ক্ষীণাই আহিল। এনেতে এদিন নৈৰ পৰা গা ধুই আহোঁতে তেওঁলোকৰ কুল-গুৰুক গা ধুই অহা দেখা পালে। ঘুনুচাই তেওঁৰ দুৰ্ভাগ্যৰ সময়ৰ পৰা গুৰুক লগ পোৱা নাছিল; আজি দেখা পাই কিবা উপায় পাব বুলি তেওঁৰ চৰণত দীঘল দি পৰিল। প্ৰথমতে গুৰুদেৱে 'ব্যভিচাৰিণী'ক দেখি ৰাম-বিষ্ণু স্মৰণ কৰি কাষ কাটি যাব খুজিছিল, কিন্তু ঘুনুচাৰ কাবৌ-কাকুতিত অলপ



থিয় দিলে। ঘুনুচাই দুখৰ কাহিনী ক'লত গুৰুদেৱে তেওঁৰ দুশ্চৰিত্ৰ আৰু সেই পাপৰ প্ৰতিফল সম্পৰ্কে এটি দীঘল বক্তৃতা শুনাই দিলে। ঘুনুচাই লাজ অপমানৰ ওপৰত অপত্য স্নেহকে আসন দি সকলো সহি থাকিল। পাচত উপায় স্বৰূপে গুৰুৱে কলে যে, দেৱ-দ্বিজ-ভক্তিত বাজে সংসাৰত কি আছে? "হৰিনামে কৰে সবাকো সুসঙ্গ"—সংসাৰত হৰি ভক্তি গুৰু বামুণৰ প্ৰতি শ্ৰদ্ধায়ে হৈছে আচল বস্তু। সেয়ে হলে সংসাৰৰ ৰোগ শোক, পাপ তাপে আৰু কি কৰিব পাৰে। ঘুনুচাই নাম-কীৰ্ত্তন পাঠ-স্বস্ত্যয়ন কৰক; গুৰু-ভকতক ভক্তি কৰক, তেনেহলে মণিৰাম দুদিনতে ভাল হব। সৰলা ঘুনুচাই গুৰু বাক্যকে সাৰোগত কৰি লৈ দেৱতা-গুৰু বামুণকে পূজা-পাতল দি চাব খুজিলে। ঘুনুচাৰ দুখৰ কথা শুনি এজন বিদেশী পথিকে তেওঁক এটি টকা দি গৈছিল; তেওঁ সেই টকাটি আনি গুৰুৰ চৰণত সমৰ্পণ কৰিলে। গুৰুদেৱে বাৰিষাৰ বৰষুণৰ নিচিনা আশীৰ্ব্বাদৰ অজস্ৰ ধাৰ পেলাই প্ৰস্থান কৰিলে।

কিন্তু দুখুনী ঘুনুচাৰ ক'তো দুখৰ অন্ত নপৰিল। খুজি মাগি আনি কিমান নৈবেদ্য, কিমান কল-গাখীৰ দেৱতা গুৰু বামুণক খুৱালে তথাপি দুখুনীৰ কামনা নুপূৰিল। পাঠৰ মন্ত্ৰ, নৈবেদ্যৰ প্ৰসাদ, গুৰু বামুণৰ উচ্ছিষ্ট কাৰো মণিৰামৰ জ্বৰ ভাল কৰিবৰ শক্তি নহল। চাই থাকোঁতে থাকোঁতে এদিন পুত্ৰ মণিৰামে দুখুনী মাকক দুখ সাগৰত তল পেলাই এই সংসাৰৰ পৰা

ৰিদায় ললে। হাঁয়, ঘুনুচা! সংসাৰৰ শেষ সম্বল একেটি ৰত্ন, সিও তোমাৰ ভাগ্যত নাই।

(৬)

এদিন ঘুনুচা নাই, মণিৰামো নাই; ঘুনুচা বা মণিৰামৰ কোনো আত্মীয়জনো নাই। কিন্তু নৈৰ পাৰৰ সেই ঠাই খিনিত এজনী পাগলী বহি বহি মাটিৰ দেৱতা বামুণ গঢ়ি তাৰ ওপৰত নানা প্ৰকাৰৰ অত্যাচাৰ কৰা বহু বাটকৰুৱাই দেখিছে; আৰু মাজে মাজে নৈশ নিস্তব্ধতা ভেদ কৰি কান্দোনৰ কাতৰ স্বৰ আকাশ ছানি উঠাও বহুতে শুনিছে।

---

# বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাৱ

মৌলবী হাজী ফাইজউদ্দিন আহমদ

[ যি সকল মুছলমান লেখকৰ অতুলনীয় দানে বৰ্ত্তমান অসমীয়া সাহিত্য ভঁৰাল চহকী কৰিছে তাৰ ভিতৰত হাজী ফাইজউদ্দিন চাহাবৰ নাম হয়তো পোনতেই লেখত লবলগীয়া। এখেতৰ ভাষা ফটফটীয়া আৰু বাক্যবিন্যাস উজু। জ্ঞানৰ বহুলতা আৰু ভাবৰ গভীৰতা তেখেতৰ লিখাবোৰৰ অমূল্য সম্পদ। তাৰ উপৰিও অন্তৰৰ উদাৰতা তেখেতৰ এটা প্ৰধান বৈশিষ্ট্য। তেখেতৰ "হজৰত মহম্মদ (দঃ)," "হজৰত ওছমান" আৰু চতুৰ্থ খলিফা, "হজৰত আলি মোৰ্তজা" পুথি কেইখনি লেখত লবলগীয়া। এখেতৰ লিখাবোৰত ইছলামৰ গূঢ় তত্ব আৰু আভ্যন্তৰিক সৌন্দৰ্য্যৰ এটি নিখুঁত ইতিবৃত্ত পোৱা যায়। এই পাঠটো ওপৰত উল্লেখ কৰা প্ৰথমখন কিতাপৰ পৰা তুলি দিয়া হৈছে। ]

বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাৱ ইছলামৰ এটা বিশেষত্ব। ইয়াক পৃথিৱীত পোনপ্ৰথমে ৰছুল-কৰিমেই স্থাপন কৰে। "সকলোৰে স্বাৰ্থ এক, সকলোৰে উদ্দেশ্য এক, সকলোৰে উপাস্য এক, সকলোৱে সেই মহিমাময় মহাশান্তিনিকেতনলৈ যাব লাগিব।"

কেনে ভ্ৰাতৃভাবৰ মন্ত্ৰ তেখেতে ফুঁৱালে, কেনে সাম্যৰ বাণী সদৌ আৰবত বজালে ! সকলো ফৈদ, সকলো খেল এক হৈ গ'ল, গোটেই আৰবভূমি শান্তিময় হ'ল ! ইটোৱে সিটোক দেখা পালেই যুঁজিবলৈ আস্তিন আৰু নচপায়, ফাঁকৰ পৰা তৰোৱাল ওলোৱাৰ ঠাইত হ'ল "আচ্ছালামু আলেইকুম" (তোমাৰ ওপৰত শান্তি হওক) আৰু তাৰ লগে লগে প্ৰণয়ৰ 'মোছাফাহা' (পৰস্পৰ হাত মিলোৱা), 'মো-আনেকা (পৰস্পাৰে বুকু লগাই মিলা) কি মহা-মিলন ! এনে বিতোপন আৰু ওখ থাপৰ মিলন বিশ্বগুৰু ৰছুল কৰিমত (দঃ) বাজে আন কোনে শিক্ষা দিব পাৰিছে ? হজৰত ইছাই বিশ্ব ভ্ৰাতৃত্ব স্থাপন কৰিবলৈ চেষ্টা কৰিছিল হয়, কিন্তু সি কাৰ্য্যত পৰিণত নহৈ সপোনৰ দৰে হৈ থাকিল ।

ইছ্‌লামৰ বিশ্ব-ভ্ৰাতৃত্ব জগতত অনুপম । ই ধনী-নিৰ্ধনী, বগা-কলা, ডাঙৰ-সৰু, সকলোৰে মাজত ভ্ৰাতৃভাব স্থাপন কৰি, সকলোকে একাকাৰ কৰি পেলালে । ইয়াৰ ছাঁৰ তলত জগতৰ সকলো জাতিয়ে সমান ভাবে জিৰাব পাৰিছে । আজানৰ ধ্বনি শুনিলেই দলে দলে মুছলমান মছজিদলৈ আহি একেশাৰীত থিয় হয়—তেতিয়া 'আমীৰ' কোন, 'গৰীব' কোন, বুজিবৰ সাধ্য নাই । 'আমীৰ'ৰ ওচৰত 'গৰীব', 'গৰীব'ৰ পাচত 'আমীৰ' থিয় দিছে । জাতি, বৰণ, বংশ পদবীৰ ভেদে তাত ঠুটিয়াব নোৱাৰে । ঘোৰ প্ৰাণৰ বৈৰীয়েও শত্ৰুতা পাহৰি, শত্ৰুয়ে শত্ৰুৰ গাত গা ঘঁহাই আৰু গিৰিইঁতে চাকৰৰ কান্ধত



কান্ধ লগাই, প্ৰবল প্ৰতাপী ৰাজমুকুটধাৰী বাদশ্বাহে নামাজত থিয় হ'ব লাগে । তেতিয়া শত্ৰুতাৰ ভাব, কৌলিন্যৰ গৰ্ব্ব, পদ-মৰ্য্যদাৰ ভেম, টকাৰ 'গৰমি' একো থাকিব নোৱাৰে । এই বিশ্ব-ভ্ৰাতৃত্বৰ পৱিত্ৰ বান্ধনীত বান্ধ খাই 'ইমাম'ৰ (আচাৰ্য্য) এটা চিঞৰতে "আল্লাহো আকবৰ" ধ্বনিৰ লগে লগে হেজাৰে হেজাৰে মুছলমানে সেই "গফুৰৰ ৰহিম আল্লাহ তা'লাৰ" উদ্দেশ্যত নিজৰ মুখ মাটিত পেলাই 'মহ'ত্বক বলি দি, হাতযোৰকৈ করুণাময়ৰ করুণা ভিক্ষা কৰে । মুকলি পথাৰত উদাৰ আকাশৰূপ চন্দ্ৰতাপৰ তলত ঈদ-উৎসৱৰ দিনত এই মিলন দৃশ্য কেনে পৱিত্ৰ, শান্তিপ্ৰদ আৰু চমৎকাৰ ! কেনে মহান !! 'হজ'ৰ দিনাখন আৰকাতৰ পথাৰত এই দৃশ্য কেনে অতুলনীয় আৰু বৰ্ণনাতীত !!!

সকলো মানুহ আল্লাৰ আগত সমান । "কা"—নন্নাচু উম্মতন্ ৱাহিদাতন্" (১)—নিশ্চয় সকলো মানুহ এক সমাজৰ ভিতৰৰ । পশ্চিমৰ আফ্ৰিকাবাসী নিগ্ৰো মুছলমান—পূবৰ চীনা-মুছলমানৰ ককাই ভাই । কিন্তু আন ধৰ্ম্মাৱলম্বীৰ মাজত কাৰ্য্যক্ষেত্ৰত এনে ভ্ৰাতৃত্ব দেখিবলৈ পোৱা যাবনে ? Carlyle চাহাবে লিখিছে—'Islam is the perfect equalise of mankind." Dr. H. W. Moreno চাহাবে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এলবাৰ্ট হলত 'হজৰত মোহম্মদৰ জীৱনী আলোচনা' বিষয় যি বক্তৃতা দিছিল তাত কৈছিল—

(১) কোৰ্‌আ'ন—চুৰা বকৰ, ২১৩ আয়ত ।

'ইছ্‌লামে সকলোকে ভাই বুলি গ্ৰহণ কৰিবলৈ শিক্ষা দিছে। মানুহৰ দুখনি হাত; এখনি হাত আল্লাৰ ফাললৈ আৰু আন খনি মানুহৰ ফাললৈ মেলি জীৱনৰ বাটত চলাটোৱে ইছ্‌লামৰ বিধান। পৃথিৱীৰ নানান জাতিক একতা ডোলত বান্ধিবলৈ ইছ্‌লামে শিক্ষা দিছে, হজৰতৰ শিক্ষা সৰ্ব্বশ্ৰেষ্ঠ।"

ইছ্‌লামত সকলো মানুহ সমান। ৰছুল-কৰিমে (দঃ) কৈছে, "আনাবশ্ব'কুম্ মিচ্‌লুকম্" (১) মই তোমালোকৰ নিচিনা এজন মানুহ। মই অৱতাৰ নহওঁ, আল্লাৰ পুতেক নহওঁ, ঐশ্বৰিক ক্ষমতা বা গুণ মোৰ বা আন ধৰ্ম্মগুৰুৰ কাৰো নাই। তুমি সুন্দৰ পকী ঘৰত কোমল বিছনাত শুই বিজুলী বিচনীৰ বালৈ ৰাগীত লাল-কাল হৈ থাকিবা আৰু তোমাৰ ভাই এজনে ভগা টোকোৰা পজাত মাটিত শুই চকুলো টুকি কাল কটাব— ইছ্‌লামৰ চকুত ই বৰ অসহন। সেইবাবেই ইছ্‌লামে 'জাকাত' দিবলৈ হুকুম দিলে। তুমি যদি তোমাৰ ভাইক এই 'জাকাত' দি সহায় কৰিবলৈ পাচ হোঁহকা, তেন্তে তুমি ৰছুল কৰিমৰ (দঃ) প্ৰকৃত ভক্ত নোহোৱা। যীচু, বুদ্ধদেৱ নাইবা হজৰত মহম্মদৰ (দঃ) শিষ্য বুলি পৰিচয় দিলেই তেখেতসকলৰ প্ৰকৃত শিষ্য হ'ব নোৱাৰি। তেওঁলোকৰ আদৰ্শ সমুখত ৰাখি যি লোকে নিজৰ জীৱন—অন্তৰ আৰু বাহিৰ—তেওঁলোকৰেই প্ৰতিচ্ছবি কৰি তুলিছে, তেৱেঁই মহাপুৰুষ সকলৰ প্ৰকৃত শিষ্য বা প্ৰকৃত মোছলিম।

(১) কোৰ্‌আ'ন্—চুৰা কহফ, ১১০ আয়ত।



প্ৰত্যেক পুৰণি ধৰ্ম্মতে পৌৰহিত্য প্ৰথা চলি আছে; কিন্তু ইছ্‌লামত নাই, ইও এটা ইছলামৰ বিশেষত্ব। কিন্তু ইছ্‌লামত যোগ্যতা থাকিলে, প্ৰত্যেক মুছলমানেই ধৰ্ম্ম শাস্ত্ৰ পঢ়িব, পঢ়াব আৰু ধৰ্ম্ম প্ৰচাৰ কৰিব আৰু খোদাৰ ঘৰত সোমাই তেওঁৰ আগত নিজৰ কথা কব পাৰে। ইয়াত কাৰো হক-বাধা দিবৰ অধিকাৰ নাই।

ইছ্‌লামত বৰ্ণভেদ, বংশভেদ নাইবা জাতিভেদ একেবাৰে নাই। সকলো শ্ৰেণীৰ মুছলমানে একেলগে বহি আহাৰ কৰিব পাৰে। তেনে কৰিলে কাৰো মান হানি নহয়। ঘৰৰ চাকৰে গিৰিহঁতৰ জীয়েকক বিয়া কৰিলে, তাৰ বাবে কাৰো কোনো শাস্তিৰ ব্যৱস্থা নাই। আজি যি গোলাম, কাইলৈ সি ৰজা, ৰাজচক্ৰবৰ্ত্তী হ'ব পাৰে। বখ্‌তীয়াৰ খিলিজীৰ ক্ৰীতদাস কুতুবুদ্দিন দিল্লীৰ ৰাজপাটত বহোঁতে কোনো বাধা পৰা নাছিল। নিজেও ক্ৰীতদাস শ্বামচুদ্দিন আলতামচৰ লগত নিজৰ চেনেহৰ আতোলতোল জীয়েকক বিয়া দিয়াত হোঁহকা পিছলা নকৰিলে। এই আলতামচৰ জীয়েক ৰেজীয়া দিল্লীৰ সাম্ৰাজ্ঞী হৈছিল। গজনিৰ চুলতান মামুদৰ পুতেক চবক্‌তগিন আলিপ্‌তগিনৰ যুদ্ধবন্দী আছিল।

ইছ্‌লামৰ দাস-প্ৰভুৰ ভিতৰত কোনো ভেদ নাই। ইছ্‌লামৰ উদাৰ টিঙত উঠিলে সকলোকে সমান দেখা যায়—তেতিয়া কোন ওখ, কোন চাপৰ—সমান অসমান সকলো একাকাৰ হৈ পৰে।

ইছ্‌লামত ৰজা-প্ৰজা সকলোৰেই আইনৰ চকুত সমান। হজৰত ওমৰৰ খিলাফতৰ কালত এজন জাবালা এৱনোল আয়হাম নামেৰে গাচ্ছান সম্প্ৰদায়ৰ খৃষ্টান ৰজাই খলিফাৰ ওচৰত আহি ইছ্‌লামত দীক্ষিত হৈ ‘হজ’ কৰিবলৈ মক্কালৈ যায়। কা’বাত ‘তোৱাক’ (প্ৰদক্ষিণ) কৰোঁতে তেওঁৰ গাত ফেজাৰা সম্প্ৰদায়ৰ এজন সামান্য চহা মুছলমানৰ গা লাগিল। ইয়াতে বৰ খং কৰি, জাবালাই সেই দুখীয়া মানুহজনক এটি চৰ মাৰে। সেই মানুহজনে সেই ৰজাৰ বিৰুদ্ধে হজৰত ওমৰৰ দৰবাৰত গোচৰ কৰে। জাবালাই সৰল ভাবে দোষ স্বীকাৰ কৰাত হুকুম হ’ল— গোচৰীয়াই নিজে ক্ষমা নকৰিলে ৰজায়ো তেওঁৰ হাতেৰে এটি চৰ খাব লাগিব। জাবালা—“মই ৰজা, সি এটা সামান্য চহা মানুহ।” হজৰত ওমৰ— “যেতিয়া আপোনালোক দুয়ো মুছলমান, দুয়ো সমান। এই হুকুম শুনি ৰজাই এদিনৰ সময় ললে। পাচত অপমানৰ ভয়ত তেওঁ ৰাতিয়েই থৰ-কাছুটি এৰি নিজৰ দেশলৈ পলাই গ’ল আৰু ইছ্‌লাম এৰি হেম নগৰত গ্ৰীক সৈন্যৰ লগত মিলি মোছলিম সৈন্যৰ বিৰুদ্ধে থিয় হ’ল।

আচাৰ্য্য চাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এলবাৰ্ট হলত “হজৰত মোহম্মদৰ জীৱনী আলোচনা” বিষয় সভাপতি আসনৰ পৰা বক্তৃতা দিওঁতে কৈছিল— “মানৱ জাতিৰ ভিতৰত সাম্যভাৱ স্থাপন কৰাত ইছ্‌লাম ধৰ্ম্মেই ক্ষমতা ৰাখে। ইছ্‌লামৰ বিশ্বজোৰা ভ্ৰাতৃত্বৰ



নিমিত্তেই জগতৰ জাতিবিলাকে এই ধৰ্ম্মৰ ছাঁত আশ্ৰয় লৈ থাকে। হিন্দুৰ ভিতৰত এনেকুৱা ভ্ৰাতৃভাৱৰ বৰ অভাৱ। ইছ্‌লামৰ সৰলতা আৰু সাধাৰণ চাল-চলন অতি বিলোপন বস্তু। পূব-বঙ্গত মুছলমানৰ সংখ্যা বঢ়াৰ এক মাথোন কাৰণ ইছ্‌লামৰ উদাৰতা; তৰোৱাল তাৰ কাৰণ নহয়।”

---

# উপাসনা

শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা

[অসমৰ যিসকল কৃতী সন্তানে কলিকতা বিশ্ববিদ্যালয়ৰ মুখ উজলাইছে তেখেতসকলৰ ভিতৰত শ্ৰীযুত শৰ্ম্মা ডাঙৰীয়াও এজন। এখেতৰ দাৰ্শনিক মূলক লিখাবোৰ অতি উচ্চ ধৰণৰ। বিদেশী উপন্যাস যিখন তেখেতে 'মাতৃ' নামেৰে অনুবাদ কৰিছে—সেইখন সঁচাকৈয়ে পঢ়িবলগীয়া। তেখেতৰ লিখাবোৰত ভাৱৰ গাম্ভীৰ্য্য আৰু ভাষাৰ সৌন্দৰ্য্যৰ সংমিশ্ৰণ ঘটিছে! এখেত বৰ্ত্তমান এগৰাকী উচ্চ পদস্থ কৰ্ম্মচাৰী।]

বোৰ্ৱতী নৈত উটাই বুৰাই গা-ধুলে শৰীৰ যেনেকৈ নিৰ্ম্মল আৰু পৱিত্ৰ হয়, উপাসনাই সেইদৰে মনৰ অসজ চিন্তা, কু-প্ৰবৃত্তি খং, লোভ, মোহ প্ৰভৃতি কেৰোণ ধুই মন শুচি আৰু নিকা কৰে। উপাসনাৰ ফলত কু-ভাৱ, কু-চিন্তা আঁতৰে, খং মাৰ যায়, লোভ নাশ পায়, মোহ গুচে, অহঙ্কাৰ দূৰ হয় আৰু বলী কাম ৰিপুও উপাসকৰ বশৱৰ্ত্তী হয়। মনৰ মলি বা কেৰোণ গুচাবলৈ উপাসনা অব্যৰ্থ ঔষধ। উপাসনাৰ শকতি ইমান প্ৰবল যে দুৰ্জ্জয় ৰিপুৰ আক্ৰমণেও ইয়াৰ আগত মূৰ দোঁৱায়। উপাসনাৰ বশ নহয় এনে ৰিপু ক'ত? অসীম সাহেৰে লহ লহ্ কৰে বাঢ়ি অহা কু-প্ৰবৃত্তিও চকুৰ পচাৰতে থান্-বান্ কৰি পেলায় আৰু সজ ভাৱ আৰু সৎ প্ৰবৃত্তিৰ ঠাই অধিকাৰ কৰে।



উপাসকৰ মনোনিবেশৰ কম-বেছি অনুক্ৰমে উপাসনাৰো হীন-ডেঢ়ি ঘটে। আৰাধ্য বস্তুত প্ৰকৃত উপাসকৰ মন সম্পূৰ্ণ যুক্ত হয়। উপাসক আৰু আৰাধ্য বস্তুৰ বিভিন্নতা মষিমূৰ হয়, উপাসকে উপাস্যৰ লগত একতা লাভ কৰে। উপাসনাই উপাসক আৰু উপাস্য বস্তু উভয়কে লীন কৰে। উপাসনাৰ ভিতৰেদি আত্মাই নিজত্ব পৰিহাৰ কৰে আৰু পৰমাত্মাৰ লগত সন্নিবিষ্ট হয়।

উপাসনাই আধ্যাত্মিক জগতৰ অশেষ ঐশ্বৰ্য্য-বিভূতি উপাসকৰ কাৰণে উদঙাই দিয়ে। উপাসকক পৰীক্ষা কৰিবৰ কাৰণে পৰমপুৰুষে প্ৰশ্ন সুধিলে "সেয়া কোন, কাক লাগে?" উপাসকৰ আত্মবোধ হৰণ হোৱা নাই—তেওঁ উত্তৰ দিলে "এয়া মই, এজন উপাসক, পৰমপুৰুষক লাগে।" পৰমপুৰুষে দেখিলে উপাসকৰ আত্মজ্ঞান সম্পূৰ্ণ আছে, তেওঁ উত্তৰ দিলে "ওহোঁ নোপোৱা। প্ৰকৃত উপাসক হোৱা, তেতিয়া আহিবা।" উপাসকে চিন্তা গভীৰতৰ কৰিলে; তেতিয়া পৰমপুৰুষে আকৌ সুধিলে "সেয়া কোন, কাক লাগে?" উপাসকে উত্তৰ দিলে "এয়া মই, পৰম পুৰুষৰ অংশ, পৰমপুৰুষক অন্বেষণ কৰিছো।" পৰমপুৰুষে দেখিলে উপাসকৰ আত্মবোধ আগতকৈ কমিছে, কিন্তু পৃথক জ্ঞান আঁতৰা নাই, সেই দেখি উত্তৰ দিলে "ওহোঁ নোপোৱা, প্ৰকৃত উপাসক হোৱা তেতিয়া আহিবা।"

উপাসকে প্ৰমাদ গণিলে। ইমান একাগ্ৰতা আৰু তন্ময়তায়ো

উপাসকক, উপাস্যৰ লগত লয় নকৰিলে। অত চেষ্টা আৰু যত্নতো উপাসকে উপাস্য বস্তুৰ আস্বাদন নাপালে। এনে অৱস্থাত বহুতে আৰাধনা বিফল বুলি মনস্কামনা ত্যাগ কৰে। কিন্তু উপাসকে আৰু দুগুণ উৎসাহেৰে আৰাধ্য বস্তুত মনোনিবেশ কৰিলে। হয় কাৰ্য্য সিদ্ধি হ'ব, নহয় শৰীৰৰ পতন হ'ব—ইয়াকে উপাসকে মূলমন্ত্ৰ ৰচিলে। উপাসনা গভীৰতম হ'ল, পৰমপুৰুষে সুধিলে "সেয়া কোন, কাক উপাসকে উত্তৰ দিলে "এয়া পৰমপুৰুষ, নিজকে লাগে।" পৰমপুৰুষে দেখিলে উপাসকৰ উপাসনা সাৰ্থক হ'ল।

দুৰ্গম কৰ্ত্তব্য পথ উপাসনাৰ ফলত সুগম হয়। উপাসনাই মনত বল আৰু হিয়াত সাহ ওপজায়। সেই বল আৰু সাহ বুকুত বান্ধি উপাসকে কৰ্ত্তব্য পথত পাচ নোহোঁহকে। ভয়, আশঙ্কা আৰু সন্দেহে উপাসকক বাধা দিব নোৱাৰে। শৰীৰৰ শক্তি, মনৰ বল, দেহৰ ক্ষমতা, হিয়াৰ উৎসাহ আৰু মুখৰ প্ৰসন্নতা সকলো বিলাক গুণ উপাসকৰ। এই গুণৰাশিৰ প্ৰভাৱত উপাসকে অনেক বাধা-বিঘিনি, বিপদ-আপদ আৰু দুখ-দৈন্যৰ ভিতৰেদিও হেলাৰঙে আপোন কৰ্ত্তব্য সমাধা কৰে। ভয়-বিঘিনি আৰু আপদ-বিপদে উপাসকৰ উগ্ৰ তেজ বীৰ্য্যৰ সন্মুখত পৰাজয় মানে আৰু উপাসকে একাগ্ৰচিত্তে নিৰ্ভয়মনে কৰ্ত্তব্য পথত আগুৱাই যায়।

কেৰোণীয়া দুৰ্ব্বল চিন্তা-শক্তি সবল কৰাৰ মহৌষধ উপাসনা। উপাসনাৰ একাগ্ৰতাই চিন্তা-শক্তি তীব্ৰ কৰে।



ইয়াৰ পৰা দুৰ্ব্বল অলস-চিন্তাও বলী আৰু তেজী হয়। অমনোযোগী—মনোযোগী আৰু কাৰ্য্যক্ষম হয়।

কেৰোণীয়া আৰু মামৰে ধৰা মনক ধৰাই চোকা কৰা শান—উপাসনা। উপাসনাৰ শানত ঘঁহিলে উগ্ৰতা ঘূৰি আহে, দুৰ্ব্বলতা লয় পায়, আৰু সবলতাই—দুৰ্ব্বলতাৰ ঠাই অধিকাৰ কৰে। পাপ, কলুষ আৰু দুৰ্ব্বলতা গুচাই মনক শোধন কৰা জুই—উপাসনা।

# জাতীয়তাবাদ

শ্ৰীজিতেন্দ্ৰ নাথ দাস

[শ্ৰীযুত জিতেন্দ্ৰ নাথ দাস কলিকতা বিশ্ববিদ্যালয়ৰ এটি উজ্জ্বল তৰা। যদিও চৰকাৰী কামত ব্যস্ত থকাই শ্ৰীযুত দাস ডাঙৰীয়া সিমান একাগ্ৰতীয়াকৈ অসমীয়া সাহিত্যৰ সেৱা কৰিব পৰা নাই, তথাপি নানা কামৰ মাজত থাকিও অসমীয়া ভাষাৰ মাজেৰে অৰ্থ-নৈতিক আৰু ৰাজনৈতিক জগতত তেখেতে যি অতুলনীয় দান কৰিছে, সি সঁচাকৈয়ে লেখত লʼবলগীয়া। তেখেতৰ প্ৰকাশ-ভঙ্গী অতি সহজ আৰু সৰল। আৱাহনৰ পাতত 'ৰাজনীতিৰ সাধাৰণ জ্ঞান' আৰু 'ধন বিজ্ঞানৰ—ক, খ', নামেৰে তেখেতৰ যি ধাৰাবাহিক প্ৰবন্ধ ওলাইছে সেইবোৰ সঁচাকৈয়ে পঢ়িবলৈ অতি আমোদজনক। সেই প্ৰবন্ধবোৰ মন দি পঢ়িলে বিশেষকৈ ছাত্ৰ-ছাত্ৰী সকলে যে ৰাজনীতি আৰু অৰ্থনীতি সম্পৰ্কে যথেষ্ট জ্ঞান লাভ কৰিব তাক বহলাই কবৰ প্ৰয়োজন নাই। ইয়াৰ উপৰিও অসমীয়া ভাষা আৰু সাহিত্যৰ পিনেদিও যে এই প্ৰবন্ধাৱলীৰ এটা বিশেষ মূল্য আছে তাক কোনেও নুই কৰিব নোৱাৰে।]

যেতিয়া কোনো এখন দেশৰ মানুহৰ ভাষা, কৃষ্টি আৰু তেজ একে হয়, তেতিয়া সেই মানুহবোৰক একে জাতীয় বোলা হয়। এটা জাতি গঠিত হʼব লগিলে সেই সমাজৰ এটা সাধাৰণ ভাষা থাকিব। ভা ।  নহলে সেই সমাজৰ



নানা সমষ্টিৰ মাজৰ সামাজিক চিন্তাধাৰৰ একত্ব নাথাকে। এক চিন্তাধাৰাত অনুপ্ৰাণিত নহলে জাতীয়-ভাৱৰ উদ্ভৱ হব নোৱাৰে। অকল ভাষাই নহয়, একেটা কৃষ্টিৰ তলত প্ৰতিপালিত নহলে সমাজত জাতীয়-ভাৱ টনকিয়াল নহয়। একে কৃষ্টিৰ মানুহবোৰৰ হাব-ভাব, চলন-ফুৰণ, আচাৰ ব্যৱহাৰৰ ভিতৰত এনে এটা সামঞ্জস্য আছে, যিটো অইন সমাজৰ গাত পোৱা নাযায় আৰু এই সামঞ্জস্যৰ কাৰণেই সেই সমাজৰ মানুহবোৰ সচৰাচৰত হৈ থাকিলেও একে জাতীয় বুলি চিনি উলিয়াব পাৰি। বহুত পণ্ডিতে কয় যে, কৃষ্টি আৰু ভাষাৰ উপৰিও, তেজ একে হলেহে প্ৰকৃত-জাতি বুলিব পাৰি। একে তেজৰ মানুহৰ ভিতৰত এটা বিশেষ পাৰস্পৰিক আকৰ্ষণ আছে। এই আকৰ্ষণ শক্তিৰ কাৰণেই একে বংশৰ মানুহ বাঢ়ি হৈ হৈ এখন গাঁৱত পৰিণত হোৱাৰ পিচতো সিচৰতি হৈ যাব নোখোজে। এটা জাতি একেটা বংশৰ পৰা উদ্ভূত হোৱাৰ আশা কৰা অসম্ভৱ কিন্তু তেজৰ সামঞ্জস্য থকা আশা কৰাটো টান নহয়। যেনে মঙ্গোলিয়ান জাতৰ মানুহ নহলে জাপানী জাতিৰ মানুহ নহয় বুলি ধৰাটো আচৰিত নহয়। টাৰ্টাৰৰ তেজ গাত নাথাকিলে টুৰ্কী জাতিৰ মনুহ নহয় বুলি গণ্য নকৰিব পাৰে। বাস্তৱিকতে হিটলাৰৰ জাৰ্ম্মাণিয়ে নৰ্দ্দিক জাতৰ বাহিৰে জাৰ্ম্মাণিত অইন জাতৰ ঠাই নাই বুলি ঘোষণা কৰিছে; আৰু ইহুদী বিলাকক যথেষ্ট অত্যাচাৰ কৰিছে। কিছুমান চৰমপন্থী জাতীয়তাবাদীয়ে একে তেজ, ভাষা আৰু

কৃষ্টিতে সন্তুষ্ট নাথাকে। ধৰ্ম্ম-সম্প্ৰদায় পৰ্য্যন্ত একে হলেহে জাতি গঠিত হব পাৰে বুলি কয়। ইয়াৰ উপৰিও ভৌগলিক সংযোগ হলে ভাৱ গঢ়ি উঠাত সহজ হয় বুলি কয়।

মুঠ কথা কবলৈ গলে, জাতীয়তা এটা মনৰ ভাৱ। তেজ, ভাষা, কৃষ্টি, ধৰ্ম্ম আৰু ভৌগলিক স্থিতিৰ সামঞ্জস্যই এই ভাৱ গঢ়ি উঠাত সহায় কৰে আৰু গঢ়ি উঠাৰ পিচত ইয়াক পৰিপুষ্ট কৰে। জাতি গঠনত তেজ, ভাষা কৃষ্টি ইত্যাদি যে একেবিধৰ হবই লাগিব, এনে কোনো নেৰানেপেৰা চৰ্ত্ত নাই। কাৰণ এইবোৰৰ সামঞ্জস্য নথকাকৈও পূৰ্ণ জাতীয়তাৰ ভাৱ গঢ়ি উঠাৰ দৃষ্টান্ত আছে। ছুইজাৰলেণ্ডত জাৰ্ম্মাণ, ফৰাচী আৰু ইটালিয় তিনিটা ভাষাৰ প্ৰচলন আছে; আৰু তিনি বিধৰ তেজৰ মানুহ ইয়াত পোৱা গৈছে। তিনিটা বিভিন্ন কৃষ্টি ইয়াত ওচৰা-উচৰিকৈ গঢ়ি উঠিছে। তথাপি ছুইছ জাতিৰ জাতীয়তা-ভাৱ অইন কোনো জাতিতকৈ কম নহয়। জেকো-শ্লভেকিয়াত জেক, শ্লোভাক আৰু জাৰ্ম্মাণ জাতিৰ মানুহ আছে; তথাপি হিটলাৰৰ হুমকি-ধমকিৰ বিৰুদ্ধে সমস্ত জেকোশ্লভেকিয়া এক হৈ থিয় দিছিল। কানাডাত ফৰাচী আৰু ইংৰাজ জাতিৰ মানুহ প্ৰায় সমানে সমানে আছে; তথাপি কানাডাই বিদেশত কানাডিয়ান জাতি বুলিহে চিনাকি দিছে। ইহুদী জাতিৰ মানুহৰ ভৌগলিক স্থিতি নাই। তথাপি ইহুদী জাতিৰ ভিতৰত জাতীয়তা-ভাৱৰ যি আকৰ্ষণ আছে তাক কম জাতিৰ মাজতহে পোৱা যায়। ভাৰতত হিন্দু-মুছলমান দুটা বেলেগ



সম্প্ৰদায়ৰ মানুহ থকা সত্বেও ভাৰতবাসীৰ জাতীয়-ভাৱ নিচেই কম নাছিল। এই কথা ইতিহাসে ৰিঙিয়াই ৰিঙিয়াই কৈ আছে।

তেনেহলে জাতীয়-ভাৱ এটা মানসিক অনুভূতি মাথোন। ইয়াৰ জন্ম হয় সন্মিলিত দুখভোগ আৰু আনন্দ প্ৰকাশত। অতীতৰ সহ-নিৰ্য্যাতন আৰু সহ-যুদ্ধযাত্ৰাৰ স্মৃতিয়ে ইয়াক প্ৰতিপালন কৰে। ই সমাজৰ মাজত জাগ্ৰত হোৱাৰ লগে লগে সমাজৰ ব্যক্তি সমূহৰ ভিতৰত পাৰস্পৰিক সহানুভূতিৰ উদ্ভৱ হয় আৰু গোটেইবোৰ মানুহ ভ্ৰাতৃভাৱৰ বান্ধত বান্ধ খাই যায়। যেতিয়া এই ভ্ৰাতৃভাৱ আহে, তেতিয়া এই সমাজখনৰ মূল স্বাৰ্থ একে বুলি অনুভৱ কৰা যায়। কিন্তু নিজ সমাজৰ স্বাৰ্থ ঐক্য বুজাৰ লগে লগে, অইন সমাজৰ স্বাৰ্থ যে বেলেগ এই অনুভূতিও আপোনা-আপুনি আহি পৰে। অইন ব্যক্তি সমষ্টিৰ পৰা যে ইহঁত বেলেগ, তাকে দেখুৱাবৰ কাৰণে উপায় বিচাৰ কৰা হয়। যেতিয়া একে জাতীয়-ভাৱত অনুপ্ৰাণিত মানুহেহে ভৰ্ত্তি হৈ আছে, তেনেহলে জাৰ্ম্মাণিৰ ভৌগলিক সীমাৰ ভিতৰত অষ্ট্ৰীয়াকো সুমাই লব লাগিব।

এইখিনিতেই জাতীয়তাবাদী ৰাষ্ট্ৰৰ উৎপত্তি। জাতীয়তা-বাদী ৰাষ্ট্ৰৰ অৰ্থ এয়ে যে, একে ৰাষ্ট্ৰৰ ভিতৰত মাত্ৰ একে জাতীয়-ভাৱত অনুপ্ৰাণিত মানুহহে থাকিব পাৰিব। ইয়াৰে পৰাই ঊনৈশ শতিকাৰ "এক জাতি, এক ৰাষ্ট্ৰ" নীতিৰ উদ্ভৱ হ'ল। এই নীতিৰ চৰম প্ৰয়োগ হৈছিল, যোৱা মহাযুদ্ধৰ

অৱসানত। এই নীতি অনুযায়ী সন্মিলিত ৰাষ্ট্ৰ-সঙ্ঘই য়ুৰোপৰ ৰাষ্ট্ৰবোৰৰ নতুন সীমা নিৰ্দ্ধাৰণ কৰি দিলে। একে জাতীয় সমাজক একেটা সীমাৰ ভতৰত সুমাই দিলে। হাঙ্গেৰী, অষ্ট্ৰীয়া, যুগোশ্লভিয়া, জেকোশ্লভিয়া, লিথুনিয়া, লাটভিয়া আদি কেবাখনো নতুন ৰাষ্ট্ৰৰ উৎপত্তি হ'ল। কিন্তু এই ভাগ-বাটোৱাৰাতো যে খুঁত আছিল তাৰ প্ৰমাণ, বৰ্ত্তমান সময়ৰ য়ুৰোপৰ অশান্তি জুয়েই।

বুৰঞ্জীৰ ফালৰ পৰা চালে জাতীয়তাবাদ বহুকলীয়া পুৰণি বস্তু নহয়। আগৰ দিনতো যদিওবা জাতীয়তাবাদৰ কুঁহিপাতৰ চিনাকি পোৱা যায়, তথাপি ফৰাচী বিপ্লৱৰ আগলৈকে ইয়াক ৰাজনীতি ক্ষেত্ৰত কাৰ্য্যকৰী নীতি বুলি কোনোৱে ধৰা নাছিল। ফৰাচী-বিপ্লৱৰ গুৰিত আন্তৰ্জ্জাতিক চিন্তাধাৰা আছিল যদিও বিপ্লৱী নেতাসকলে ইয়াক জাতীয়তাৰহে অভিব্যক্তি বুলি ভাবিছিল। তাৰ পিচত নেপোলীয়নৰ সাম্ৰাজ্যৰ সপোনে ফৰাচী জাতিক জাতীয়তাৰ ৰাগীত মতলীয়া কৰি তুলিলে। কিন্তু নেপোলীয়নৰ বিজয় অভিযানৰ ফলত পৰাজিত দেশ বিলাকতো জাতীয়-ভাৱৰ জুই জ্বলি উঠিল। পাছিয়া, ৰাছিয়া, অষ্ট্ৰীয়া, ইটালি সকলো দেশেই পৰাধীনতাৰ অপমানত নিজ নিজ দেশবাসীক একত্ৰ কৰিবলৈ উঠি-পৰি লাগিল। এই একত্ৰীকৰণৰ চেষ্টাই জাতীয়-ভাৱৰ ইন্ধন প্ৰস্তুত কৰি দিলে। নেপোলীয়নৰ পতনৰ লগে লগে এই সকল ৰাষ্ট্ৰই স্বাধীনতা ঘোষণা কৰিলে আৰু দেশে জাতীয়তাৰ



পতাকা উৰাই দিলে। তেতিয়াৰ পৰা ৰাষ্ট্ৰ—মানেই জাতি, আৰু জাতি—মানেই ৰাষ্ট্ৰ হৈ পৰিল।

কিন্তু যেতিয়া একছত্ৰী ক্ষমতাপন্ন ৰাষ্ট্ৰই জাতীয়-ভাৱৰ ৰাগীত পৰে, তেতিয়া পৃথিৱীৰ শান্তি ভঙ্গ নোহোৱাকৈ থাকিব নোৱাৰে। কাৰণ, জাতীয়-ভাৱৰ ৰাগীত পৰিলে নিজৰ জাতিৰ উন্নতিৰ অৰ্থে অন্য জাতিৰ কি হয় নহয় তালৈ চাবলৈ জ্ঞান নাথাকে। আনকি নিজৰ জাতিৰ উপকাৰাৰ্থে অন্য জাতিৰ অপকাৰ কৰা নীতি সঙ্গত বুলি বিবেচনা কৰা হয়। সেয়েহে আবিছিনিয়া, জেকোশ্লভেকিয়া, আলবেনিয়া, আজি পৃথিৱীৰ ভূগোলৰ অন্তৰ্হিত হল।

এনে ভয়ানক পৰিণামৰ কাৰণেই জাতীয়-ভাৱক আজি বহুতো চিন্তাশীল পণ্ডিতে গৰ্হিত বুলি ঘিণাইছে। জাতীয়-ভাৱে মানুহক স্বাৰ্থ-ত্যাগৰ মহান শিক্ষা দিয়ে সঁচা, কিন্তু ৰাজনীতি ক্ষেত্ৰত ইয়াক সংযত কৰি চলা ভয়ানক কঠিন হৈ পৰে। পৰাধীন-জাতিক জাগ্ৰত কৰিবৰ কাৰণে ইয়াৰ দৰে শক্তি নাই সঁচা, স্বাধীন জাতিক স্বাধীনতা অপহৰণ কৰাৰ সুবিধা প্ৰদান কৰাতো ইয়াৰ দৰে পৃথিৱীত নাই। তাৰ উপৰিও বৰ্ত্তমান জগতত কোনো জাতিয়েই অকলশৰীয়া ভাৱে থাকিব নোৱাৰে। বহুত বিষয়ত আজি পৃথিৱীৰ ৰাষ্ট্ৰবোৰ সন্মিলিত হবলৈ বাধ্য হৈছে। টেলিগ্ৰাফ, টেলিফোন আৰু ডাক-বিভাগ আজি ৰাষ্ট্ৰৰ সীমা পাৰ হৈ গৈছে। সামুদ্ৰিক পথ আৰু মহাদেশৰ ৰাস্তাবোৰ থকা আৰু মেৰামতি

কৰাত, কেবাখন ৰাষ্ট্ৰই সন্মিলিত হৈ কাম কৰিব লগাত পৰে। কিছুমান সংক্ৰামক বেমাৰ ধ্বংস কৰিবৰ কাৰণেও বহু ৰাষ্ট্ৰই একেলগে চেষ্টা কৰিব লগাত পৰিছে। আন্তৰ্জ্জাতিক বাণিজ্যৰ ৰপ্তানি-আমদানিৰ পৰিমাণ আৰু শুল্ক আদি নিৰ্দ্ধাৰণৰ অৰ্থেও ৰাষ্ট্ৰই সহযোগিতা নীতি মানিবলৈ বাধ্য হৈছে। আকৌ বিশ্ব-শ্ৰমিক-সঙ্ঘ আদি কিছুমান অনুষ্ঠানত সকলো দেশৰ মানুহেই মিলি-জুলি কাম কৰিছে আৰু নিজ্ব স্বাৰ্থ নিহিত আছে বুলি ভাবিছে। এনেস্থলত আজিৰ পৃথিৱীত অকলশৰীয়া জাতীয়তাবাদী ৰাষ্ট্ৰ খাপ নাখায়। যদি ওপৰত কোৱা বিষয়বোৰত ৰাষ্ট্ৰই মিলি-জুলি কাম কৰিব পাৰে, ৰাষ্ট্ৰৰ ভিতৰত অইন কামবোৰত ৰাষ্ট্ৰই মিলি-জুলি কাম কৰিব নোৱাৰিবৰ কোনো কাৰণ নাই। এই অৰ্থে লাগে কেৱল ৰাষ্ট্ৰশক্তিবাদ আৰু জাতীয়তা-বাদ অন্তৰ্হিত হবলৈ। সেয়ে হলে বিশ্ব-ৰাষ্ট্ৰ-সঙ্ঘ আজিৰ দৰে ভুৱা হৈ নপৰে।

---

# জনপ্ৰিয় স্বৰ্গীয় নবীন বৰদলৈ

শ্ৰীমহাদেৱ শৰ্ম্মা।

[ শ্ৰীযুত মহাদেৱ শৰ্ম্মা এজন একনিষ্ঠ দেশকৰ্ম্মী। স্বদেশৰ হকে অপৰিসীম ত্যাগ কৰা সত্বেও তেখেতে বাণী মন্দিৰৰ শলিতাগছি জলাই ৰাখিবলৈ কৰা অক্লান্ত পৰিশ্ৰমৰ ফলত অসমীয়া সাহিত্য দোলৰ ভেটি আৰু অলপ শকত হৈ গঢ়ি উঠিছে। শিশু-সাহিত্য জগত তেখেতৰ দানত ঋণী। অতিকৈ দুৰ্ব্বোধ্য বস্তুবোৰকো তেখেতে বিদবে সহজ ভাবে ফঁহিয়াই শিশুমনৰ আগত দাঙি ধৰিছে, সি সঁচাকৈয়ে প্ৰশংসনীয়।]

অভিশপ্ত অসম!! তোমাৰ ভাগ্য বিপৰ্য্যয়ৰ তুলনা জগতত বিৰল! তোমাৰ দুঃখ-দৈন্যৰ বেদনা, তোমাক কটু-কাটব্য, বিদ্ৰূপ-বিদ্বেষ কৰাৰ বেদনা, আওকাণ অৱহেলা কৰাৰ বেদনা, তোমাৰ আশা-আকাঙ্ক্ষাৰ প্ৰতি অনাহূত তীব্ৰ কটাক্ষ কৰাৰ বেদনা, যাৰ মুখলৈ চাই অলপ পাহৰিছিল। সেই 'নবীন বৰদলৈ' আৰু ইহ জগতত নশ্বৰ দেহা লৈ নাই। তুমি পৰাৰ্থে নিজক তিলে তিলে দান কৰিও যেনেকৈ লাঞ্ছিতা, অপমানিতা—সেই ভাগ্য বিপৰ্য্যয়ৰ ফলতেই আজি তোমাৰ আঁচলৰ ধন, তোমাৰ শ্ৰেষ্ঠ ৰত্ন অপ্ৰত্যাশিতভাৱে তোমাৰ হাজাৰ হাজাৰ আন সন্তানৰ করুণ নিবেদন আওকাণ কৰিও ভগৱানে নিজৰ ফালেহে টানি নিলে! তোমাৰ মুখ জুৰাবৰ ঠাই আৰু সঙ্কীৰ্ণ

হ'ল ! 'বৰদলৈৰ' কাল হলেও আজি গোটেই অসমে অকাল মৰণৰ কথা কিয় কয় ? 'বৰদলৈ' হেন্ পুৰুষৰ অকাল-মৰণ হব পাৰেনে ? যিমানেই যি নহওক বৰদলৈদেৱ তেনে ভাগ্যহীন লোক নাছিল—বৰং তেওঁ ভাগ্যৱান পুৰুষহে । অকাল-মৰণ বুলিছো আমাৰ পক্ষে । দেশৰ পক্ষে এই মৰণ অকাল—মৰণ। দেশৰ এই দুৰ্দ্দিনত বৰদলৈৰ দৰে এজন কৰ্ম্মবীৰৰ মহা-প্ৰস্থান নিশ্চয় অকাল বুলিবই লাগিব । যি সময়তে যাৰ প্ৰয়োজন বেছি হ'ব, সেই সময়তে অসম-মাতৃৰ কোলা উদং কৰি কালে পূৰ্ব্বাপৰ আমাক খিয়াল কৰাত আমাৰ জননী অভিশপ্তা নহয় নে ? আমাৰ জননী অকল ৰাজনীতি ক্ষেত্ৰতে, বাস্তৱ জগতত, কৰ্ত্তাসকলৰ অৱহেলাত অভিশাপগ্ৰস্তা মাথোন নহয় ; ভগৱানৰ বিধানেও তাকেই সময়ত সমৰ্থন কৰা দেখা পালে হৃদয় আকুল হৈ উঠে ! ভৱিষ্যতৰ ফালে আশাৰ ক্ষীণ ৰেখা এটাও দেখা পোৱা নাযায় !

কিন্তু নশ্বৰ-দেহা পৰিত্যাগ কৰি যোৱাৰ পিচতো বৰদলৈ দেৱে অসমৰ ওপৰত যি প্ৰভাৱ বিস্তাৰ কৰি গৈছিল তাৰ ঘাই বিশেষত্ব কি ? এজন নিৰ্ভীক যোদ্ধা । 'বৰদলৈ' বুলিলে আমি অকল ৺নবীনচন্দ্ৰ বৰদলৈকে নুবুজোঁ—আমাৰ চকুৰ আগত ফুটি উঠে এটি বীৰোদৃপ্ত, উন্নতশিৰ তেজোগৰ্ব্ব ছবি । আমাৰ অন্তৰত জাগি উঠে কৰ্ম্মৰ প্ৰেৰণা আৰু হৃদয় শ্ৰদ্ধাত ভৰি উঠে । যাৰ স্মৃতি মাত্ৰে মানুহক কৰ্ম্ম-প্ৰেৰণা দিয়ে তেওঁ নিজে কিমান খিনিলৈকে নিজক কৰ্ম্ম প্ৰচেষ্টাৰ



ভিতৰত আৱদ্ধ ৰাখিবৰ শক্তি পাইছিল ভাবি চাওক । দেশে সেই কাৰণে হাহাকাৰ কৰি ক'ব লগাত পৰে কৰ্ম্মবীৰ নবীন-চন্দ্ৰ আজি মৰ-জগতত নাই ।

বৰদলৈৰ জীৱনৰ আগডোখৰ কালৰ কথা নকওঁৱেই, ১৯১৪ চনৰ পৰাই বিশেষকৈ তেখেতক দেশ-সেৱা কাৰ্য্যত আত্মনিয়োগ কৰা দেখা পাওঁ । তেতিয়াৰ পৰা কি শ্ৰদ্ধাৰে কি ঐকান্তিক নিষ্ঠাৰে মাতৃসেৱা কৰি গ'ল জীৱনৰ শেষ নিশ্বাস থাকে মানে ! জীৱনত আপোন-মাতৃতো তেওঁৰ বৰ ভক্তি আছিল । কলিকতা হাইকোৰ্টত এড্ভোকেট থকাত যেতিয়া মাতৃদেৱীৰ অসুখৰ খবৰ শুনিলে, তাৰ কাম এৰি থৈ ততালিকে মাকৰ ৰোগ-শয্যাৰ কাষ চাপিল । মাকৰ আগ্ৰহ আৰু আন জঞ্জালত বাধ্য হৈ হাইকোৰ্টৰ ওকালতি এৰি দি আকৌ গুৱাহাটীত নিগাজী হৈ ৰহিল । মাতৃৰ সেই আহ্বান যদি অস্বীকাৰ কৰে তেন্তে উকীল 'বৰদলৈ' আজি জনপ্ৰিয় বৰদলৈ হব পাৰিলেহেঁতেন নে সংশয়ৰ কথা । অকল শক্তিমান হলেই নহয়, সেই শক্তি প্ৰকাশৰ সুযোগো মানুহৰ হাতত পৰিব লাগে ।

সেই ১৯১৪ চনৰ পৰা আৰম্ভ কৰি দেশত যিমানবিলাক সমস্যাই দেখা দিছে, সেইবোৰ সমাধান কৰাত বৰদলৈদেৱ আছেই দেখিব । সৰু ডাঙৰৰ ব্যৱধান নাই । য'তে বিচাৰে বৰদলৈদেৱক পাবই । সম্প্ৰতি আমাৰ দেশত যি সাম্প্ৰদায়িক বিৰোধ-ভাৱ অসমীয়া আৰু অনা-অসমীয়াৰ মাজত দেখা

দিছে, তাৰ মূলীভূত কাৰণ বিশ্লেষণ কৰি সিদিনা ৰোগ-শয্যাৰ পৰাও যি মুকলি চিঠিৰ জৰিয়তে কলিকতাৰ "আনন্দ বাজাৰ পত্রিকাৰ" যোগে প্রথম প্রকাশ কৰিলে তাত অন্তদৃষ্টি কিমান আছে পঢ়িলে বুজা যায়। সেই চিঠিখনে উভয় দলকে মীমাংসাত য়ে যথেষ্ট সহায়তা কৰিব এই বিষয়ে সন্দেহ নাই। আন্তৰিকতাৰে কোনো কথা অনুভৱ নকৰিলে প্রকৃত তথ্য প্রকাশ কৰিব নোৱাৰি। বৰদলৈদেৱে প্রকৃত তথ্যক তাৰ জৰিয়তে প্রকাশ কৰিলে।

বৰদলৈদেৱৰ জীৱনৰ প্রধান লক্ষণ আছিল এই আন্তৰিকতা। যি কথাত ধৰিব, মৰি-মুজি লাগিব—এই আছিল তেখেতৰ স্বভাৱ। সেইকাৰণে দেশ-সেৱা ভাৱ আন্তৰিকতাৰে গ্রহণ কৰা বাবেই তেখেতে সেই ১৯২০-২১ চনৰ পৰা শেষলৈকে কংগ্রেছ মহাসভাৰ কাৰ্য্যপন্থাতে অবিচলিত বিশ্বাস্ ৰাখি, যথাশক্তি সেই মতে কাম কৰি গৈছে। সৰুকালৰে পৰা সুখত উঠি, নিজে সুখত থাকিবৰ যোগ্য হৈও দেশৰ কাৰণে কি কষ্টকে তেখেতে বৰণ নকৰিলে ? তথাপি অবিচলিত চিত্ত। কৰ্ত্তব্য কাম নিৰূপিত সময়ত নিয়মমতে কৰি যাবই। এই আন্তৰিকতা থকা বাবেই আজি দেশবাসীয়ে হতাশ হৈ ভাবিছে—আমাৰ হকে আৰু কোনে এনেভাৱে আন্তৰিকতাৰে কাম কৰিব ?

কৰ্ত্তব্যৰ সময়ত বৰদলৈদেৱ বৰ কঠোৰ আছিল যদিও সকলোৱে তেখেতক অতি কোমল অন্তঃকৰণৰ মানুহ বুলিয়েই সদায় গণ্য কৰি আহিছে। পৰৰ দুঃখত কোমল হ'লেও কৰ্ত্তব্যৰ সময়ত কোমল হৈ তেখেতে কেতিয়াও জীৱনত লক্ষ্য-ভ্রষ্ট হোৱা নাই। কেতিয়াবা কৰবাত কিবা অলপমান ত্রুটি দেখিলে কেতিয়াও সহ্য নকৰে আৰু তেখেতৰ স্বভাৱ-সুলভ স্পষ্টবাদিতাৰে ভাল বেয়া বিচাৰ নকৰি মুখৰ ওপৰত কৰ লগা কথা নিঃসঙ্কোচে কৈ পেলায়। আমি এনে ধৰণৰ ব্যৱহাৰত কেতিয়াবা পোনতে অপদস্থ হোৱা যেন পাইছো। কিন্তু পিচত দেখো যে বৰদলৈদেৱে ঠিকেই কৰিছিল। এটা সাধাৰণ উদাহৰণ দিলেই এই বিষয়ে স্পষ্ট ধাৰণা হ'ব।

সেই সময়ত তেজপুৰত ৪টা ৰাজনৈতিক মোকৰ্দ্দমা ( ১০৪ আৰু ১০৮ ধাৰাৰ )। এটা তাৰিখত বৰদলৈদেৱ গৈছিল আচামীৰ পক্ষ সমৰ্থন কৰিবলৈ। মোকৰ্দ্দমা কেইটাত তেজ-পুৰত যথেষ্ট চাঞ্চল্য দেখা গৈছিল। ২০।২২ মাইল দূৰৈৰ পৰাও কংগ্রেছ সেৱকসকল ৰাতি থকাকৈ আহি মোকৰ্দ্দমা চাইছিল। স্বাভাৱিকতে "বৰদলৈদেৱ" যোৱাত সেৱকসকলে মোকৰ্দ্দমাৰ অন্তত সেৱাদলৰ নিয়মমতে তেখেতক সন্মান জনাবলৈ দল বান্ধি গ'ল। স্বৰ্গীয় পৰমানন্দ আগৰৱালা ডাঙৰীয়াৰ ঘৰৰ সমুখৰ বহল চোতালত সকলোৱে থিয় হৈ অভিবাদন জনালে। উত্তৰত বৰদলৈ ডাঙৰীয়াই সেই সেৱকসকলক ধন্যবাদ দিয়াৰ কথাই নাই, বৰং টান কথাহে শুনাই দিলে। তেওঁবিলাকৰ প্রতি তেনে কঠোৰ ব্যৱহাৰত আমি বৰ বেয়া পাইছিলো। আমাৰে আলহী হিচাবে তেখেতক পোনপটীয়াকৈ

একো কৰও নোৱাৰিলো। পিচত তেখেত যাবৰ সময়ত ভিতৰুৱাকৈ সোধাত তেখেতে ক'লে, "সেৱকসকল যেন কৰ্ত্তব্য কামত কঠোৰ হ'ব পাৰে সেই বাবে মই কোনো কোমল মাত দিয়া নাই। যাকে ভাল পাম, প্ৰয়োজন হ'লে টান কথাও শুনাম।" এনে আন্তৰিকতা, স্পষ্টবাদিতা, সবলস্বভাৱ কেইজনৰ, ক'ত ?

ৰাজনীতি ক্ষেত্ৰত তেখেত কোনো অনুষ্ঠানতে নতুন নহলেও সম্প্ৰতি ভাৰতীয় ব্যৱস্থা পৰিষদত প্ৰবেশ কৰি নিজৰ যোগ্যতা অনুসাৰে গোটেই ভাৰতৰ শ্ৰদ্ধা আকৰ্ষণ কৰিবলৈ সক্ষম হোৱাৰ লগে লগে নিঠুৰ কালে টানি নিলে আমাৰ মাজৰ পৰা। কম দুঃখত অভিশপ্ত অসম আৰু অসমীয়া জাতি বোলা নাই। বৰদলৈদেৱৰ অন্তৰ্দ্ধানত অকল যে অসম ক্ষতিগ্ৰস্ত হৈছে এনে নহয়, ভাৰত-মাতাৰো এটি শ্ৰেষ্ঠৰত্ন হেৰাইছে। স্বাধীনতা লাভৰ কাৰণে ৰুদ্ৰ-ত্যাগ মন্ত্ৰত দীক্ষিত হোৱা অগ্ৰণীসকলৰ ভিতৰত কৰ্ম্মৰ যোগ্যতাৰে নিজক প্ৰতিষ্ঠা কৰিছিল এচুকৰ অসমৰ বৰদলৈয়ে নিজ প্ৰতিভাৰে ভাৰতত।

তেখেতৰ বহুমুখী প্ৰতিভাৰ কথা ইমান কম কথাৰে সহজে পৰিচয় দিয়া অসম্ভৱ। তথাপি স্মৃতি মাত্ৰে মনত পৰা ২।৪ টি গুণৰ মাথোন আলচ কৰি আমাৰ যে কিমান পূৰাব নোৱাৰা ক্ষতি হল তাকে আমি অতি সংক্ষেপে ইয়াত চাবলৈ চেষ্টা কৰিছোঁ। জীৱনী আলোচনাৰ লগে লগে তেখেতৰ আন আন প্ৰতিভাৰ বিষয়ে ক্ৰমাৎ প্ৰকাশিত হ'ব। গুণমুগ্ধসকলে



তৎপৰতাৰে সৈতে সেইবোৰ ক্ৰমে প্ৰকাশ কৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।

বৰদলৈদেৱে অসমীয়া সমাজৰপৰা সদায় সন্মান পাই আহিছে। পোনেই তেখেত, তেতিয়াৰ দিনৰ একমাত্ৰ ৰাজনৈতিক প্ৰতিষ্ঠান "অসম এছ'চিয়েশ্যনৰ" সভাপতি হয়। সকলোৱে তেখেতৰ গুণৰ আভাস আগেয়ে পায়েই, সেই সন্মান দিলত সেই কাৰ্য্যও এনে দক্ষতাৰে পৰিচালনা কৰিলে যে তেতিয়াৰ পৰা সমাজত তেখেতৰ প্ৰতিষ্ঠা ভালদৰে লাভ হ'ল। অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ আগলৈকে অসমত কংগ্ৰেছ মহা-সভাৰ কাম সিমানদৰে চলা নাছিল। আবেদন-নিবেদনৰ যুগতো বৰদলৈদেৱৰ সংযোগ কংগ্ৰেছত নাছিল। তেতিয়া আছিল সেৱক হিচাবে। যেতিয়া কৰ্ম্মপন্থা অৱলম্বন কৰি কংগ্ৰেছৰ জৰিয়তে ভাৰত স্বাৱলম্বী হিচাবে নিজক যোগ্যৱান কৰিবলৈ চেষ্টা কৰিছিল, সেই প্ৰচেষ্টাত অসম পাচপৰা নাই। সেই প্ৰচেষ্টাৰ গুৰিত যি সকল আছিল, তাৰ অন্যতম জনপ্ৰিয় নেতা—আমাৰ বৰদলৈ ডাঙৰীয়া।

কাৰ্য্যক্ষমৰ উপৰিও বৰদলৈদেৱৰ আছিল উদাৰ প্ৰকৃতি। এই উদাৰতাৰ কাৰণেই সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল। ছাত্ৰ-সমাজ আৰু হৰিজন সকলেও এই উদাৰতাৰ কাৰণে ভাল পাইছিল। গৰীব-দুখীয়ে বৰদলৈৰপৰা আৰ্থিক সহায়, আতুৰ-বিপন্নই সাহায্য আৰু পৰামৰ্শ-উপদেশ আদি সমানে পাইছিল। বৰদলৈদেৱ সেই কাৰণেই আছিল

সৰ্ব্বজনপ্ৰিয়। তেখেতৰ অকপট সৰল স্বভাৱত সকলো মুগ্ধ হৈছিল।

বৰদলৈদেৱৰ অভাৱত অকল যে অসমৰে ক্ষতি হ'ল এনে নহয়—ভাৰত মাতৃৰো যথেষ্ট ক্ষতি হ'ল। সিদিনা ব্যৱস্থাপক সভাত তেখেতৰ বিয়োগ বাতৰি পাই সভা স্থগিত প্ৰস্তাৱ প্ৰসঙ্গত বেলেগ দলৰ নেতাসকলে বক্তৃতা দিওঁতে এই কথাকেই সমৰ্থন কৰিছে। কলিকতাৰ বাতৰি-কাকত বিলাকতো এক-বাক্যে এই কথাই স্বীকাৰ কৰি, সকলোৱে দুখ প্ৰকাশ কৰিছে আৰু লগে লগে শ্ৰদ্ধা জ্ঞাপন কৰিছে। আজি গোটেই অসম জুৰি হাহাকাৰ উঠিছে; প্ৰত্যেক ঠাইতে নানা অনুষ্ঠানৰ জৰিয়তে শোক প্ৰকাশ কৰি প্ৰস্তাৱ গ্ৰহণ কৰিছে।

বৰদলৈদেৱৰ তিৰোভাৱত আমি অকল শোক-বেজাৰ কৰিলেই নহব। বৰদলৈদেৱৰ গুণৰাজি অৱলম্বন কৰি আমি প্ৰকৃতভাৱে তেখেতৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰাহে কৰ্ত্তব্য।

---

# অসাম্প্ৰদায়িক অসম

জমিৰুদ্দিন আহমদ।

[ "বাঁহী", "আৱাহন", "জয়ন্তী", আদি পঢ়োতা সকলৰ এই গৰাকী সাহিত্যিকৰ ৰচনাৱলীৰ লগত চিনাকি আছে। জমিৰুদ্দিন আহমদ চাহাবৰ লিখাবোৰ সাম্প্ৰদায়িকতাৰ সঙ্কীৰ্ণতাৰ পৰা বহু আঁতৰত। এখেতৰ "অগ্নিশিখা" কবিতাৰ পুথিখনিয়ে অন্তৰ্হিত এটি শক্তি আৰু অনুপ্ৰেৰণাৰ চিনাকি দিছে। ]

আজি সমস্ত ভাৰত জুৰি হিন্দু-মুছলমানৰ মিলনৰ সমস্যা লৈ ভাৰতৰ ইতিহাসৰ এটা নতুন অধ্যায় সৃষ্টি হৈছে। এই সমস্যাৰ ইতি কৰিবলৈ জিন্না, নেহৰু আদি জাতীয়তাবাদী মনীষী সকলৰ মাজত যি প্ৰচেষ্টা চলিছে বৰ্ত্তমান সিও এটা মন কৰিবলগীয়া বিষয়। ভাৰতৰ জাতি গঠনত হিন্দু-মুছলমানৰ মিলিত জনমত নহলে যে বৰ্ত্তমান ৰাজনৈতিক যুদ্ধক্ষেত্ৰত ভাৰতে সাফল্য লাভ কৰিব পাৰিব, তেনে আশা কৰিব নোৱাৰি। জাতীয়-যুদ্ধত জয়ী হবলৈ হলে হিন্দু-মুছলমানে আন পক্ষৰ দ্বাৰা পৰিচালিত সাম্প্ৰদায়িকতাৰ ক্ষুদ্ৰ গণ্ডী ভাঙি ৰাজনৈতিক ক্ষেত্ৰত মিলিত হব লাগিবই, আৰু জাতি গঠনত এনে আদৰ্শ-শিক্ষা অসমৰ বুৰঞ্জীয়ে গোটেই ভাৰতকে দিব পাৰে।

অসমৰ হিন্দু-মুছলমানৰ সম্বন্ধ তেজ-মঙহৰ। এনে আদৰ্শ-মিলন অকল অসম-বুৰঞ্জীৰেই নহয়, আৰব-বুৰঞ্জীৰো এটা গৌৰৱশালী অধ্যায়। বুৰঞ্জী ঘাটি চালে ইয়াৰ প্ৰমাণ ভালকৈ পোৱা যায়। আৰবৰ পৰা সংস্কৃত ইছ্‌লাম-ধৰ্ম্ম প্ৰচাৰ হ'ল। এই সংস্কৃত ইছ্‌লাম-ধৰ্ম্ম সাম্যবাদী। সাম্যবাদ প্ৰচাৰ কৰিবৰ সময়ত আৰবৰ সাম্যবাদীসকলৰ ওপৰত ধনী সম্প্ৰদায় আৰু সাম্ৰাজ্যবাদী সকলৰ চোকা দৃষ্টি পতিত হয়। সেই বাবেহে সাম্যবাদ প্ৰচাৰ কৰোতে তেওঁলোক অস্ত্ৰ সম্ভাৰৰ সহায় লব লগাত পৰে। এহাতে তৰোৱাল, আনহাতে কোৰাণ লৈ যি ধৰ্ম্মপ্ৰচাৰ কৰাৰ কথা শুনিবলৈ পোৱা যায়, সেই কথা বুৰঞ্জীমূলক নহয় আৰু তাৰ কোনো ভিত্তি নাই। অৱশ্যে দিগ্বিজয়কাৰী মুছলমান সাম্যবাদী সকলৰ মত আছিল— আন ধৰ্ম্মৰ ওপৰত হাত নিদি, নিজ ধৰ্ম্মমত প্ৰচাৰ কৰা। নিজৰ সমাজ আৰু প্ৰাণৰক্ষাৰ কাৰণে যি যুদ্ধ তেওঁলোকে কৰিব লগাত পৰিছিল, সেই যুদ্ধবোৰত অমুছলমান আৰবী সৈন্যও তেওঁলোকৰ দলভুক্ত আছিল। ধৰ্ম্ম আৰু অস্ত্ৰৰ দ্বাৰা যিবোৰ দেশ আৰবী সকলে জয় কৰিছিল, সেইবোৰ দেশৰ স্বাধীনতা তেওঁলোকে অপহৰণ কৰা নাছিল: বৰং সেইবোৰ দেশত সাম্যবাদ প্ৰচাৰ কৰি, নিজৰ আদৰ্শ আৰু শিক্ষা বিজিতক দান কৰি, বিজিতৰ গুণ আৰু আদৰ্শ নিজে গ্ৰহণ কৰিছিল। সেই সময়তে এচিয়া, ইউৰোপ আৰু আফ্ৰিকা মহাদেশৰ বহুতো দেশে আৰবী সাম্যবাদী সকলৰ সংস্পৰ্শলৈ আহি ধৰ্ম্মান্ধতা আৰু পৌত্তলিকতাৰ অন্ধকাৰৰ পৰা জ্ঞানৰ পোহৰ পায় আৰু ধনবাদী, সাম্ৰাজ্যবাদী সকলৰ কৰাল-গ্ৰাসৰ পৰা মুক্তি লাভ কৰে। ভাৰতৰ সিন্ধু বিজয়ৰ ফলত হিন্দু-মুছলমানৰ যি মিলনৰ ধলে সিন্ধুদেশ ৰসাল কৰিলে, তাৰ ফলত আৰবী আৰু ভাৰতীয় দুয়োটা জাতিৰে জ্ঞান, বিদ্যা-চৰ্চ্চা, ধৰ্ম্ম আৰু সভ্যতাৰ বহুতো আদান-প্ৰদান ঘটে আৰু তাৰ দ্বাৰা দুয়ো জাতিয়েই উপকৃত হয়। এই সকল সাম্যবাদী মুছলমানৰ লগত পিচৰ আকবৰৰ দৰে সাম্ৰাজ্যবাদী মুছলমানৰ অনেক পাৰ্থক্য আছে। সি যি কি নহওক সেইবোৰ আমাৰ আলোচনাৰ বিষয় নহয়। অসমলৈ অহা মুছলমানৰ ভিতৰত 'খাজা ছাহ চুলতান গিয়াছউদ্দিন আউলিয়া' সৰ্ব্বপ্ৰথম। তেওঁক হিজৰীৰ ২ শতাব্দীৰ মানুহ বুলি জনা যায়। তিনি শ যাঠিজন শিষ্যৰে সৈতে ভাৰত ভ্ৰমণ কৰি আহি তেওঁ অসমত থিতাপি লয়হি আৰু ইয়াতে তেওঁৰ মৃত্যু হয়। তাৰ কেইবা শতাব্দীৰ পিচতহে গোটেই ভাৰতত ইছ্‌লাম-ধৰ্ম্ম প্ৰচাৰ হয়। গতিকে আৰবী সাম্যবাদৰ আদৰ্শত চালিত অসমৰ পুৰণি মুছলমান আৰু পিচৰ কেই শতাব্দীৰ সাম্ৰাজ্য-বাদৰ আদৰ্শত গঢ়ি উঠা ভাৰতৰ বেলেগ বেলেগ ভাগৰ বেলেগ বেলেগ ফৈদৰ নতুন মুছলমানৰ বহুখিনি পাৰ্থক্য দেখা যায়।



ইছ্‌লাম ধৰ্ম্মৰ মহত্ব আৰু ইছ্‌লামী ফকীৰ আউলিয়া সকলৰ গুণ-গৰিমা দেখি অসমৰ বিজাতীয় লোক ভালেমান ইছ্‌লাম-ধৰ্ম্ম

গ্ৰহণ কৰিবলৈ ধৰিলে। ইপিনে অসমৰ ৰজাসকলেও মুছলমান সকলক যথেষ্ট সন্মান দেখুৱাই বহুত পীৰ-পাল মাটি দান কৰি নিজৰ দেশত বহুৱালে। এনেকি বহুত হিন্দুধৰ্ম্ম সম্পৰ্কীয় অনুষ্ঠানৰো পৰিচালনাৰ ভাৰ মুছলমানৰ হাতত পৰিল। কোনো বিভাগতে সাম্প্ৰদায়িক বাছ-বিচাৰ নোহোৱা হ'ল। মুছলমানেও শইকীয়া, হাজৰিকাৰ বাব লাভ কৰিবলৈ পালে। সেই সময়ত ছুলে চুৱা যোৱা প্ৰথা অসমত নাছিল। দুয়োটা জাতিৰ সন্মিলনত অসমীয়া ভাষা আৰু সাহিত্যৰো বহুতখিনি উন্নতি সাধন হয়। সেই সময়ৰ অসমীয়া মুছলমান ফকীৰৰ অসমীয়া বাউল, মাৰফতি ফকীৰৰ গীত, মাদাৰ পীৰৰ গীত, মহৰমৰ গীত আদি হিন্দু-গায়ক সকলেও ব্যৱহাৰ নকৰাকৈ নাছিল। আজি কালিও পুৰণি গায়ক-ভকত দুই এজনৰ মুখত হঠাতে দুই, এষাৰ সেই পুৰণিকলীয়া গীত শুনিবলৈ পোৱা যায়। এই গীতবোৰে একালে যেনেকৈ পুৰণি অসমত মুছলমানী গীত সাহিত্যৰ ছাঁ এটা আমাৰ আগত দাঙি ধৰে, সেইদৰে আন হাতে সেই কালত হিন্দু-মুছলমানৰ মিল-ভাৱ এটাও ভালদৰে দেখুৱাই দিয়ে।

মুছলমানৰ বাঁহবিয়া (মাদাৰ পীৰৰ বিবাহোৎসৱ), দহাপিটা (মহৰম) আদি উৎসৱ বোৰত হিন্দুসকলে যোগদান দিছিল। আন কি, মাদাৰ-পীৰ, সত্যপীৰ, খোৱাজ খিজিৰ আদিৰ নামত উছৰ্গাদি কৰি মুছলমানৰ হতুৱাই সেইবোৰৰ ব্যৱহাৰ কৰাইছিল। বাঁহৰ তলত মাদাৰ-পীৰৰ নামত



হিন্দুৱেও নতশিৰে আঠু লৈছিল। মুছলমানৰ ঢুলীয়া, দেওধা, দেউৰী আৰু ওজা-গায়কে হিন্দুৰ বিয়া-সবাহ চলাইছিল। হিন্দু-মুছলমানৰ কোনো পাৰ্থক্য সেই সময়ত দেখা নেযায়; কেৱল খোৱা-লোৱা খিনি মাত্ৰ নিষিদ্ধ আছিল। মুছলমানৰ মোল্লা বা ফকীৰক দুয়ো সম্প্ৰদায়ৰ মানুহে শ্ৰদ্ধা, সৎকাৰ কৰিছিল। হিন্দুৰ গোসাঁই, ভকত সকলকো সেইদৰে দুয়ো সম্প্ৰদায়ৰ মানুহেই সমানে সন্মান কৰিছিল। অসমত প্ৰথমতে মুছলমানে যিমান খিনি অধিকাৰ আৰু সন্মান লাভ কৰিছিল, তেনেকুৱা আন কোনো ঠাইতে পোৱা বুলি আমাৰ বিশ্বাস নহয়।

---

# "দিহিঙে-দিপাঙে"

৺মাধবচন্দ্ৰ বেজবৰুৱা।

[ লিখক অসমৰ সকলোৰে পৰিচিত "বাঁহী' কাকতৰ সম্পাদক আছিল। এইজন লিখকৰ ধাৰাবাহিক ভাবে অসমৰ বিভিন্ন আলোচনীত প্ৰকাশ হোৱা-ভ্ৰমণ কাহিনীবোৰে বহুদিনৰ পৰাই অনুভব কৰি অহা ভ্ৰমণ-সাহিত্যৰ অভাৱ পুৰাইছে। লিখকৰ ভাষা সহজ, সৰল আৰু নিভাজ অসমীয়া। ]

ৰংপুৰ বুলিলে আমি সাধাৰণতে দুখন নগৰৰ কথা ভাবোঁ।— উজনিৰ 'ৰংপুৰ' আৰু ভাটীৰ 'ৰংপুৰ'। আজি আমি আৰু এখন ৰংপুৰৰ কথা বৰ্ণাবলৈ ওলাইছোঁ। এইখনেই হৈছে দখিণৰ ৰংপুৰ, বুৰঞ্জী বিখ্যাত প্ৰাচীন দ্ৰাবিড়ীয় ৰজা-মহাৰজাৰ গড়গাওঁ ৰাজধানী—তাঞ্জোৰ নগৰ।

সিদিনা জুন মাহৰ সাত তাৰিখ ১৯৬২ চন। পুৱাই "দাক্ষিণাত্যৰ মাজুলী শ্ৰীৰঙ্গম" চহৰ এৰি তাঞ্জোৰ মুৱা হলোঁ। ৰেলৰ পৰা নামিয়েই মোৰ আগৰ চিনাকি বন্ধু শ্ৰীমান টি, কে, ৰঙ্গাচাৰীয়াৰ ঘৰলৈ গৈ তাতে আলহী হ'লোগৈ। ভাত-পানী খাই উঠি আবেলি পৰত ৰাজভৱনৰ প্ৰাচীন অট্টালিকা গড়গাওঁ চাবলৈ ওলালো। প্ৰথমতে গৈ কাৰেঙৰ ভিতৰত থকা "সৰস্বতীমহল" নামৰ পুথি ভঁৰালতেই সোমালোঁগৈ। এই পুথি ভৰালেই দাক্ষিণাত্যৰ ভিতৰতে প্ৰধান আৰু ডাঙৰ।





ইয়াত হাতে-লিখা সংস্কৃত পুথিয়েই প্ৰায় ২০,০০০ খন মান আছে। তামিল ভাষাত লিখা পুথিও অনেক আছে। এই সকলোবোৰৰ ভিতৰত "অশ্বাৱলী" নামৰ পুথিখন চাবলগীয়া। ইয়াৰ বৃহৎ কায়ৰ উপৰিও হাতে লিখা হিচাপেও ইয়াৰ ভিতৰত থকা ছবি আৰু নানা ধৰণৰ ৰং-বেৰঙীয়া দৃশ্যবোৰো লেখত লবলগীয়া। এই পুথিখন আমাৰ অনুসন্ধান সমিতিৰ যাদুঘৰত থকা হাতীৰ পুথিৰ নিচিনা আৰু দেখিবলৈও প্ৰায় ঠিক তেনে ধৰণেই। ঘোঁৰাৰ বেলেগ শ্ৰেণী, নানা লক্ষণ আৰু প্ৰকৃতিৰ বিষয়ে বিবৰি লেখাৰ উপৰিও নানা দৃশ্যপট, ৰং ৰূপহেৰে আঁকা ছবিবোৰ দেখিলেই বে'চ বুজিব পৰা যায় যে এসময়ত অসমীয়াৰ কাৰণে হাতী যেনে আদৰৰ আৰু ব্যৱহাৰৰ বস্তু আছিল, ঠিক সেই দৰে দাক্ষিণাত্যৰ কাৰণে ঘোঁৰাও তেনে অতি আদৰৰ জন্তুৱেই আছিল। এই পুথিৰ উপৰিও পুথি-ভঁৰালত থকা অনেক ধৰণৰ হাতে লিখা ৰং-বেৰঙীয়া পুথি তাৰ পণ্ডিত মণ্ডলীয়ে মোক দেখুৱালে। সেই পুথি ভৰালত চৰকাৰৰ খৰচত ৰখা এদল বিদগ্ধ পণ্ডিতো আছে। সেই পুথি-পাঁজি চাই-চিতি প্ৰচাৰ, সম্পাদন আৰু প্ৰকাশ কৰা কামতেই এই পণ্ডিত মণ্ডলী সদায় ব্যস্ত থাকে।

"সৰস্বতীমহল"ৰ ইষ্টদেৱী বাণী দেৱীক প্ৰণাম জনাই আমি ৰাজ-কাৰেং অট্টালিকাৰ ফাললৈ গলোঁ। ইয়াৰ বিবৰণ

দিবলৈ যোৱাৰ আগতে তাঞ্জোৰৰ নাম আৰু ইতিহাস ইতিবৃত্তৰ বিষয়ে এটি চমু আভাস দিয়া দৰ্কাৰ যেন ভাবি দু-আষাৰমান গোটাই অনা টোকা-টোপোলাৰ পৰা মেলি দিলোঁ।

তাঞ্জোৰ শব্দটো "তাঞ্জন" শব্দৰ পৰা আহিছে। পৌৰাণিক যুগত তাঞ্জন নামে এটা পৈশাচিক দৈত্যই এই ঠাইডোখৰত বৰ উৎপীড়ন কৰিছিল। দৈত্যটোক হেনো স্বয়ং বিষ্ণু দেৱতাই আহি বধ কৰিছিল। সেই দৈত্যৰ মৃত্যুৰ সময়ত বিষ্ণু দেৱতাই এটা বৰ দি যায়, যিহৰ পৰা সেই ঠাইডোখৰৰ নামো তাঞ্জন দৈত্যৰ নামে দিয়েই তাঞ্জোৰ নাম হয়, আৰু এই তাঞ্জোৰ চহৰেই পিচত গোটেই দাক্ষিণাত্যৰ ভিতৰতে ঐতিহাসিক হিচাপেও প্ৰখ্যাত হৈ পৰেগৈ। নগৰখনৰ লগে-লগে তালুকখন বা জিলাখনৰ নামো তাঞ্জোৰ হৈ পৰেগৈ।

এই তাঞ্জোৰ তালুকখন খেতি-বাতি আদিৰ বিষয়ে বৰ প্ৰখ্যাত আৰু সেই কাৰণে তাঞ্জোৰ তালুকক ভাৰতৰ খেতিৰ ভঁৰাল বুলিও কয়। এই ঠাইত খেতি-বাতি ভালকৈ হোৱাৰ প্ৰধান কাৰণ হৈছে—বিখ্যাত কাৱেৰী নদীয়ে বছৰে বছৰে পলস পেলাই মাটি ডোখৰক বৰ সাৰুৱা কৰি পেলায়. আৰু তাৰ গৰু, ম'হবোৰেও ঘাঁহ-বন খাবলৈ পাই নোদোকা হৈ পৰে। তাত দমৰা গৰুবোৰক বন্ধোৱাৰ লগে লগেই শিংকেইটা পুৰি বা কাটি পেলোৱা হয় আৰু সেই কাৰণেই তাহাঁতক খেতিত লগাবৰ সময়ত অত্যন্ত বলী আৰু নোদোকা হয় বুলি মানুহে কয়! এই কথা কিমানদূৰ বিশ্বাস কৰিবলগীয়া কব নোৱাৰোঁ; কিন্তু গৰুৰ শিং কেইটা কাটোতে বা পোৰোতে চাবলৈ সি হৃদয়বিদাৰক হয়।



কাৱেৰী নদীৰ পৰা পানী সিচি নলা খানি নি গোটেই তালুকক যোগোৱা ব্যৱস্থাটো সকলোৱে অনুকৰণ কৰিবলগীয়া। তাঞ্জোৰৰ বহুত উজনিত ত্ৰিচিনপল্লীৰ ওচৰতে কাৱেৰী নৈ খনক ভেটা দি দুফালে দুটা বাট উলিয়াই দি "আপাৰ" আৰু গ্ৰেণ্ড" নামৰ দুটা নলাই দি পানী পঠিয়াই গোটেই তাঞ্জোৰ তালুকক পলসুৱা আৰু সাৰুৱা কৰি পেলাইছে। ইয়াৰ উপৰিও তাঞ্জোৰত কাৰু-কাৰ্য্যতাপূৰ্ণ নানা তৰহৰ পুতলাৰ চাব, চিল্কৰ কাপোৰ-কানি, গহনা-পাতি আৰু অন্যান্য ধৰণৰ মন্দিৰ আদিত খটোৱা বস্তু পোৱা যায়।

তাঞ্জোৰত চাবলগীয়া বস্তুৰ ভিতৰত গড়গাৱঁৰ কাৰেংটোৱেই প্ৰধান। এই কাৰেংটো বহুদিন ধৰি খাপে খাপে সজা হৈছিল। কাৰেঙৰ সিংহ-দুৱাৰ অট্টালিকাৰ পূবফালে, আৰু দুটা বুলনি সোমাই গৈয়েই তৃতীয় দেৱাল পোৱা যায়। কাৰেংটো পাঁচ তলাৰ আৰু ভিতৰৰ কোঠাবোৰ বে'চ আহল-বহল। দেখিলে আমাৰ গড়গাৱঁ কাৰেঙলৈ সাইলাস মনত পৰে।

দেৱালয়ৰ পূবফালে দৰবাৰ হলৰ ভিতৰত মহাবীৰ শিৱাজীৰ এটা প্ৰকাণ্ড মূৰ্তি শিলৰে কটা আছে। সেইকালৰ ৰজা-মহাৰজা সকলৰ মূৰৰ পাগুৰি ইমান ডাঙৰ আৰু গধুৰ আছিল যে সদায় তাক মূৰত নলৈ কাষতে থোৱা হৈছিল। শিলৰ মূৰ্ত্তিটোও সেইদৰে কটা আছিল। খাৰ-বাৰুদৰ গুদামটো

নানাবিধৰ তৰোৱাল, অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ আছে। তাৰ ভিতৰত সোণ-ৰূপেৰে বন্ধোৱা তৰোৱালৰ ফাঁক, যাঠি, দা, হাতীৰ পিঠিত বন্ধা সোণ-ৰূপৰ খাটলা আদি সকলোৰে নমুনা দেখিবলৈ পোৱা যায়। এয়েই দাক্ষিণাত্যৰ গড়গাৰঁ তাঞ্জোৰৰ কাৰেঙৰ ভিতৰত দেখা বস্তুৰ সামান্য আভাস। মুঠতে কাৰেঙৰ ভিতৰত সেইকণ সময় থাকি ঠিক মনত হৈছিল যেন প্ৰবল প্ৰতাপী মহাৰাট্টা সকলৰ পুৰণি দিনলৈহে উভতি গৈছোঁ।

---

# বৰফৰ নদী

শ্ৰীনন্দী প্ৰসাদ কটকী

[ শ্ৰীযুত নন্দী প্ৰসাদ কটকী এগৰাকী ভূ-তত্ত্ববিদ পণ্ডিত। যদিও একাণপতীয়াকৈ এখেতে সাহিত্যত লাগি থাকিব পৰা নাই, তথাপি মাজে-সময়ে মাহেকীয়া কাকতৰ সহায়েৰে এখেতে যি বৈজ্ঞানিক প্ৰবন্ধাদি অসমীয়া পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰিছে সেইবোৰ সঁচাকৈয়ে জ্ঞানদায়ক। বিজ্ঞানৰ টান টান কথাবোৰ এখেতে সহজ সৰল ভাষাৰে প্ৰকাশ কৰিব পৰাটো তেখেতৰ বৈশিষ্ট্য। এখেতৰ লিখাবোৰত বৈজ্ঞানিক তথ্যৰ বাহিৰেও সাহিত্য-ৰসৰ সোৱাদ পোৱা যায়। ]

পানী ঠাণ্ডাত গোট মাৰে আৰু গৰমত ভাপ হৈ উৰি যায়—এই ঘটনা সচৰাচৰ দেখা যায়। জাৰৰ দিনত বায়ুমণ্ডলত পানীৰ কণিকা বেছি ঘন হলেই হিমত পৰিণত হয় আৰু হিম বেছি ঘন হৈ গোট মাৰি টান বৰফ হয়। অৱশ্যে এতিয়া গৰমৰ দিনত দোকানৰ পৰা আনি চৰবতৰ সৈতে খোৱা বৰফৰ কথা কোৱা নাই; যি বৰফ প্ৰকৃতিৰ বুকুত পোৱা যায় তেনে বৰফৰ কথাহে কম।

তোমালোকে শ্বিলং, দাৰ্জিলিং আদি পৰ্ব্বতীয়া ঠাইত জাৰৰ দিনত পানী গোটমাৰে বুলি শুনিছা। এই ঠাইত

অকল জাৰৰ দিনতহে পানী গোটমাৰি বৰফ হয়। কিন্তু পৃথিৱীতেই এনে কিছুমান ঠাই আছে, য'ত বাৰমাহে বৰফ নুগুচে। বৰফ ঠাণ্ডাত হয় আৰু য'ত অহৰহ বৰফ থাকে, তাত যে কিমান ঠাণ্ডা তাক অনুভৱ কৰাই টান। চাইবেৰীয়া, গ্ৰীনলেণ্ড আদি দেশত চাৰিউদিশে বৰফময় আৰু আমাৰ দেশতকৈ এইবোৰ ঠাইত ১৫০ৰ পৰা ২০০ ডিগ্ৰীৰ কম ঠাণ্ডা।

পৃথিৱীৰ বেছি ভাগ ভূ-খণ্ডকেই বৰফ আৰু হিমে ঢাকি ৰাখিছে। মাত্ৰ অষ্ট্ৰেলিয়াহে বাদ। ত'ৰ বাহিৰে পৃথিৱীৰ প্ৰায়বোৰ দেশতেই বৰফ আছেই। ভাৰতবৰ্ষ, আফ্ৰিকা আদি গৰম দেশত খুব ওখ পৰ্ব্বতৰ ওপৰতহে বৰফ পোৱা যায়। ভাৰতবৰ্ষত হিমালয়ৰ বাহিৰে অন্য ক'তো বৰফ পোৱা নাযায়। হিমালয়ৰো আকৌ যিবোৰ চৈধ্য হাজাৰ ফুটতকৈ বেছি ওখ, তেনে পৰ্ব্বততহে বৰফ পোৱা যায়। আগত কৈ আহিছো যে বৰফ পানীৰ পৰা হয়। পিচে হিমালয়ৰ ইমান ওখলৈনো ক'ৰ পৰা পানী আহি বৰফ হয়হি, তাকে চমুকৈ কওঁ শুনা।

গৰমৰ দিনত বঙ্গ-অখাত আৰু আৰব-উপসাগৰৰ পৰা উত্তৰলৈ বতাহ বয়। এই বতাহে সাগৰৰ পৰা বহুত পানীৰ কণিকা লৈ আহে। চেৰাপুঞ্জিত যে বছৰি পৃথিৱীৰ ভিতৰত আটাইতকৈ বেছি বৰষুণ হয়—সিও এই বতাহৰ সৈতে অহা পানীৰ কণিকাবোৰৰ পৰায়। এই বতাহ হিমালয়ৰ নিচিনা ওখ পৰ্ব্বতীয়া ঠাইৰ ঠাণ্ডা পাই হিম হৈ পৰি যায়। বছৰি



এনে ধৰণেৰে হিম পৰি পৰি শেহত কেইবা শ ফিট ডাঠ বৰফত পৰিণত হয়গৈ। হিমালয়ৰ দক্ষিণ পাৰে যেনেকৈ বৰফৰ দ'ম পোৱা যায়, ঠিক তাৰ বিপৰীত ভাৱে তিব্বতৰ পিনে খৰাং আৰু সেই পিনে হিমালয়ৰ প্ৰায় ১৭ হেজাৰৰ ওখ পৰ্ব্বতবোৰতহে বৰফ পোৱা যায়।

হিমালয় যদিও একেটা পৰ্ব্বত, তথাপি ঠাই লৈ তাৰ ভিন্ ভিন্ নাম। যেনে—আৰব-হিমালয়, চিকিম-হিমালয়, কাশ্মীৰ-হিমালয়, কুমাওন-হিমালয়। এই হিমালয়ৰ পূব অংশত সৰহ পৰ্ব্বতৰ শ্ৰেণী নাই। দুই এটা শ্ৰেণী পাৰ হৈয়ে থিয়াতে ওখ পৰ্ব্বতৰ টিং পোৱা যায়। সেই কাৰণে গৌৰীশঙ্কৰ বগাবলৈ যিমানবোৰ দল গৈছে, সকলোৱেই দাৰ্জ্জিলিঙৰ পৰা বগোৱা আৰম্ভ কৰিছে। গতিকে এই পিনে বৰফৰ নদী কম আৰু যি কেইখন আছে সিও বৰ দীঘল নহয়। কিন্তু হিমালয়ৰ পশ্চিম অংশত পৰ্ব্বতৰ শ্ৰেণী বৰ বেছি; হিমালয় সেই দিশে খুব বহল, গতিকে তাত বৰফৰ নদীৰ সংখ্যাও খুব বেছি আৰু আটাই কেইখনেই অতিপাত দীঘল। কেইখনমান বৰফৰ নদীৰ নাম কওঁ শুনা—কাৰাকৰম-হিমালয়ৰ 'বিয়াফ'—৩৯ মাইল দীঘল, 'বলটাৰ' ৩৬ মাইল দীঘল, কুমাওন-হিমালয়ৰ 'কেদাৰনাথ'—৯ মাইল আৰু 'গঙ্গোত্ৰি ১৬ মাইল দীঘল। হিমালয় পৰ্ব্বতত সৰু-সুৰা বহুতো বৰফৰ নদী আছে। ইউৰোপৰ আল্পচ পৰ্ব্বতত প্ৰায় দুহেজাৰ বৰফৰ নদী আছে।

পিচে এই বৰফৰ নদীবোৰ পৰ্ব্বতৰ কেনেকুৱা ঠাইত

পোৱা যায়, তাক আকৌ শুনা। যেনেকৈ পৰ্ব্বতত হোৱা বৰষুণৰ পানী তললৈ বাগৰি আহি নদী হয়; তেনেকৈ বৰফৰ নদীবোৰ পৰ্ব্বতৰ মাজত থকা ওখ ভৈয়াম সমূহত থাকে। ওচৰত থকা পৰ্ব্বতৰ টিংবোৰ বগা বৰফেৰে সকলো দিশতে ঢকা থাকে। এই টিংবোৰে ওচৰৰ ভৈয়াম সমূহত বৰফ যোগায়। এই বৰফৰ নদীবোৰ ভৈয়ামেদি বৈ আহে। বৰফৰ নদীৰ সোঁত খুব কম। দিনৰ ভিতৰত প্ৰায় দুই এক ফিট মাত্ৰ সোঁত হয়। নামনিলৈ বৈ আহোঁতে গৰমৰ দিনৰ এই নদীবোৰৰ আন অংশ কিছু পমি পানী অৱস্থাত পৰিণত হয় আৰু সেয়েহে বাৰিষা পৰ্ব্বতীয়া নদীবোৰক বৰষুণৰ পানীৰ উপৰিও বৰফৰ পৰা হোৱা পানী যোগায়। বাৰিষা ব্ৰহ্মপুত্ৰৰ পানী খুব ঠাণ্ডা হয়। এই ঠাণ্ডা পানী বৰফৰ পৰা গলি অহা কাৰণেই হয়।

তোমালোকে অলপতে খবৰৰ কাগজৰ পৰা শুনিছিলা যে ব্ৰহ্মপুত্ৰত এই বাৰিষাত খুব ধল হব। ৫০ মাইল দীঘল বৰফৰ নদী এখন আহি ব্ৰহ্মপুত্ৰত পৰিছেহি। এই বৰফ বিলাক গলি ব্ৰহ্মপুত্ৰত ধল হোৱাৰ সম্ভাৱনা। পিচে এই খবৰ তেনেই ভুল। কাৰণ ৫০ মাইল দীঘল বৰফৰ নদী ব্ৰহ্মপুত্ৰৰ উৎপত্তি স্থান মানস-সৰোবৰৰ ওচৰত বা ব্ৰহ্মপুত্ৰ বৈ আহোঁতে অহা বাটৰ কাষত নাই। ব্ৰহ্মপুত্ৰৰ বাটৰ কাষত যি দুই চাৰি খন বৰফৰ নৈ আছে সি তেনেই সৰু, মাত্ৰ দুই চাৰি মাইল দীঘল।



আকৌ সাধাৰণতে দেখা যায় যে বৰফৰ নদী বিলাক বেছি নামনিলৈ বৈ নাহে; যদি কোনো ডাঙৰ ভূমিকম্প হৈ এই নদী বিলাকক তললৈ নামে। বৰঞ্চ এই নদীবোৰ ওপৰলৈ উঠাই যোৱাৰহে চিন দেখা যায়, কাৰণ আগৰ দিনত বৰফৰ নদী আজি কালিৰ দিনতকৈ কম ওখতে থকা চিন পোৱা যায়। তাৰ পৰা অনুমান কৰিব পাৰি যে বৰফৰ নদী পিচ হুঁহকি ওখলৈহে গৈছে। নদীৰ সোঁতত যেনেকৈ বালি-মাটিৰ কণিকা আহে, বৰফৰ নদীত খুব ডাঙৰ ডাঙৰ শিলৰ-দ'ম আহে। বৰফৰ নদীয়ে অনা শিলৰ দ'ম বোৰক 'মৰেইন' বোলে। এনেকৈ অনা শিলৰ এটুকুৰা এটা ঘৰৰ সমান ডাঙৰ হ'ব। এতিয়া চোৱা—বৰফে কি কৰিব নোৱাৰে। বৰফৰ নদীয়ে বাৰিষা ভৈয়ামৰ নদীক পানী যোগায়। শিল ভাঙি টুকুৰা-টুকুৰ কৰে আৰু কেতিয়াবা কেতিয়াবা মানুহক মিছাকৈয়ে ভয় দেখুৱায়।

---

# থুচিডাইডিচ্

শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য্য।

[এখেত এগৰাকী সুলেখক। 'জয়ন্তী' 'আৱাহন'ৰ পাঠক সকলে নিশ্চয় এখেতৰ লেখনী প্ৰসূত আন আন লেখাৰো সোৱাদ পাইছে। এই প্ৰবন্ধটো প্ৰগতি সমিতিৰ পৰা প্ৰকাশিত হোৱা—'চিন্তাধাৰা'ত প্ৰকাশিত হৈছিল।]

লব্ধপ্ৰতিষ্ঠ গ্ৰীক ঐতিহাসিক 'থুচিডাইডিচ'ৰ জন্ম হয় খৃঃ পূঃ ৪৭১ চনত। তেওঁৰ দেউতাকৰ নাম আছিল—ওল'ৰাচ। 'ওল'ৰাচ 'এথেন্স' চহৰৰ এগৰাকী আঢ্যৱন্ত নাগৰিক আছিল। তেওঁ কেইবাটাও সোণৰ খনিৰ মালিক আছিল।

থুচিডাইডিচৰ জীৱনী লিখাৰ আহিলা তিমান সৰহ নহয়। অৱশ্যে প্ৰাচীন ভাৰতৰ মনীষী সকলৰ জীৱনী লিখোঁ বুলি কাপ হাতলৈ আনিলেই তেনেই সামান্য আহিলাও নাপাই হতাশ হবলগীয়া হোৱাৰ নিচিনাকৈ—থুচিডাইডিচৰ জীৱনী আহিলাৰ অভাৱত লিখিবলৈ বন্ধ কৰিবলগীয়া নহয়। পণ্ডিত সকলৰ গৱেষণাৰ ফলত আমি যিখিনি থুচিডাইডিচৰ বিষয়ে জানিব পাৰোহঁক, সি সঁচাকৈয়ে আমোদজনক আৰু শিক্ষাপ্ৰদ।

খৃঃ পূঃ '৫ম শতাব্দী'—গ্ৰীক বুৰঞ্জীৰ আটাইতকৈ গৌৰৱময় কাল। ৰাষ্ট্ৰনায়ক 'পেৰিক্লিচ'ৰ নেতৃত্বত সেই সময়ৰ এথেন্স



সকলো বিষয়তে ইউৰোপৰ আগশাৰীত—কি সাহিত্য, কি সুকুমাৰ কলাত, কি বাণিজ্যত। পেৰিক্লিচৰ গ্ৰীচে আজিও আধুনিক সভ্যতাভিমানী ইউৰোপৰ লগত ফেৰ পাতিব পাৰে। এনেকুৱা পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত থুচিডাইডিচৰ ডাঙৰ-দীঘল হোৱাৰ সৌভাগ্য ঘটিছিল। তেওঁৰ পৰিয়ালৰ টনকিয়াল আৰ্থিক অৱস্থা আৰু আভিজাত্যৰ ৰুচি অনুসাৰে থুচিডাইডিচে আশানুৰূপ শিক্ষা লাভ কৰিবলৈ সুযোগ পাইছিল। কোনো পুৰণি লিখকৰ মতে থুচিডাইডিচে ঈশ্বৰত বিশ্বাস নকৰিছিল বুলি জনা যায়। কিন্তু তেওঁৰ লিখা বিলাকৰ মাজৰ পৰা তেওঁক ঈশ্বৰ অবিশ্বাসী বুলি কোনো শুংসূত্ৰ উলিয়াব নোৱাৰি।

'থুচিডাইডিচ'ৰ বিশ্ব-বিখ্যাত গ্ৰন্থ হৈছে "পেলোপনেচিয়ান যুঁজৰ বুৰঞ্জী"। এই বুৰঞ্জীখন লিখিয়েই তেওঁ জগতবাসীৰ আদৰণীয় হৈ আছে।

'থুচিডাইডিচ'ৰ বয়স তেতিয়া মুঠেই ১৫ বছৰ। এদিনাখন তেওঁ দেউতাকৰ লগত 'অলিম্পিক' খেল চাবলৈ গৈছিল। সেই দিনটো গ্ৰীচৰ সাহিত্য-বুৰঞ্জীৰ এটা চিৰস্মৰণীয় দিন। সেই দিনাই এটা ঘটনাৰ ভিতৰেদি 'থুচিডাইডিচ'ৰ ঐতিহাসিক জীৱনৰ সূত্ৰপাত হয়। ঘটনাটো বৰ চমকপ্ৰদ। গ্ৰীচৰ বিখ্যাত বুৰঞ্জী লিখক হেৰোডটাচে 'অলিম্পিক' খেল পথাৰৰ এফালে তেওঁৰ অপূৰ্ব্ব বুৰঞ্জীখন চিঞৰি চিঞৰি পঢ়ি এটা বিশাল জনতাক শুনাই আছিল। সকলো মানুহে হেৰোডটাচৰ

বুৰঞ্জীত মুগ্ধ হৈ একাগ্ৰপতায়াকৈ শুনি আছিল। হেৰোডটাচৰ বুৰঞ্জী পঢ়া শেষ হ'লত, বিশাল জনতাৰ প্ৰশংসাধ্বনি আৰু হাত-চাপৰিৰ জাঁউৰিয়ে সেই জনতাৰ মাজত বহি থকা 'থুচিডাইডিচক' অভিভূত কৰি পেলালে। হেৰোডটাচৰ জন-প্ৰিয়তা দেখি থুচিডাইডচ মুগ্ধ হল আৰু তেওঁ নিজে তেনেদৰে বুৰঞ্জী এখন লিখিবলৈ মনে মনে প্ৰতিজ্ঞা কৰিলে।

থুচিডাইডিচৰ ডেকা কাল ডোখৰ, বেছি সময় শৰীৰ-চৰ্চ্চা আৰু যুদ্ধ-বিগ্ৰহত লিপ্ত থাকি কটাবলগীয়া হৈছিল। সেই সময়ত এথেন্সৰ প্ৰত্যেক নাগৰিকে যুদ্ধ-বিদ্যা শিকিব লাগিছিল। গতিকে থুচিডাইডচেও নিজৰ মানসিক জ্ঞানৰ পৰিচয় দিয়াৰ উপৰিও শাৰীৰিক বলৰো পৰিচয় দিবলৈ যথেষ্ট সুচল পাইছিল, আৰু সময়ত গৈ তেওঁ এথেন্সৰ সেনা-নায়ক সকলৰ আগত থিয় দিবলৈ সক্ষম হৈছিল। দুৰ্বণি-বটীয়া যুঁজৰ বাগীত পৰি 'থুচিডাইডিচে' বোধকৰোঁ তেওঁৰ বুৰঞ্জী লিখক হবলৈ সকৰে পৰা পুহি ৰখা সপোন দিঠকত পৰিণত হবলৈ সুযোগ নাপালেহেঁতেন। কিন্তু এটা ঘটনাই তেওঁক সেই সুযোগ হাততে মিলাই দিলে। ঘটনাটো এই—'পেলোপনেচিয়ান' যুঁজৰ সময়ত গ্ৰীচৰ প্ৰাচীন নগৰ 'এম্ফিপলিচ' এথেন্সৰ অধীনত আছিল। এই নগৰৰ চৌদিশে এথেন্সৰ উপনিবেশ বিলাক সিচৰতি হৈ আছিল। এথেন্সৰ চিৰশত্ৰু স্পাৰ্টাৰ লোলুপ দৃষ্টি পৰিছিল আকৌ এই চহৰ খনৰ ওপৰত। গতিকে স্পাৰ্টাৰ সুবিখ্যাত সেনাপতি 'ব্ৰেচিডাচক' এই নগৰখন অধিকাৰ কৰিবলৈ



স্পাৰ্টাৰ চৰকাৰে পঠিয়াই দিলে খৃঃ পূঃ ৪২৪ চনত। এথেন্সেও কথাটো গম পাই আমাৰ 'থুচিডাইডিচক' এই নগৰ ৰক্ষাৰ ভাৰ দিলে। তেওঁৰ সহায়ক হল ইউক্লিচ আৰু এথেন্সৰ প্ৰসিদ্ধ নৌ-বলৰ এটা অংশ। কিন্তু দুৰ্ভাগ্যবশতঃ আৰু নিজৰ অসাৱধানতাৰ বাবে যথেষ্ট সৈন্যবল নাৰাখি নিজেও আঁতৰত ৰৈ আছিল। থুচিডাইডিচো থাকিবলগীয়া হৈছিল থ্ৰেচত। তাত তেওঁৰ নিজা উপনিবেশ এখন আছিল। ইফালে 'ব্ৰেচিডাচে' নানা আহুকালৰ মাজেদিও আহি থুচিডাইডিচ নৌ আহি পাওঁতেই 'এম্ফিপলিচ' অধিকাৰ কৰি পেলালে আৰু নিজৰ স্বভাৱ-সুলভ সৰলতা আৰু মিঠা কথাৰে তাৰ অধিবাসী বিলাককো নিজৰ ফলীয়া কৰি পেলালে। থুচিডাইডিচে শেষ মুহূৰ্ত্তত কথাটোৰ গম পাই ততাতৈয়াকৈ লৰি আহিলে হয়, কিন্তু 'এম্ফিপলিচ' আৰু ৰক্ষা কৰিব নোৱাৰিলে। তথাপিও তাৰে ওচৰতে থকা 'ই অন' চহৰখন ব্ৰেচিডাচৰ কবলৰ পৰা ৰক্ষা কৰি, নাই মোমাইতকৈ কণা-মোমায়ে সাৰ বুলি মনক প্ৰবোধ দিলে।

থুচিডাইডিচে যিমান পাৰে চেষ্টা কৰিলে 'এম্ফিপলিচ' ৰক্ষা কৰিবলৈ; কিন্তু নোৱাৰিলে। সেইবাবে তেওঁ তেওঁৰ দেশ-বাসীৰ পৰা প্ৰশংসা পাব লাগিছিল; পিচে পালে তাৰ ওলোটাটো। দেশনেতা 'ক্লিয়নৰ' বাক্‌চাতুৰীত ভোল গৈ এথেন্সে 'থুচিডাইডিচক' এই অকৃতকাৰ্য্যতাৰ বাবে নিৰ্ব্বাসন দিলে। থুচিডাইডিচে নিজে লিখি গৈছে—"এম্ফিপলিচৰ ঘটনাৰ ফলত

মোৰ ভাগ্যত ২০ বছৰৰ নিৰ্ব্বাসন দণ্ড ভোগাৰ পাল পৰিল।" কিন্তু এই ঘটনাৰ ফলতে আমি ঐতিহাসিক থুচিডাইডিচৰ লগত চিনাকি হবলৈ সুযোগ পাওঁহঁক। থুচিডাইডিচে এই নিৰ্ব্বাসনৰ লগে লগে মুকলি-মূৰীয়া হৈ তেওঁৰ জগদ্বিখ্যাত "পেলোপনেচিয়ান যুঁজৰ বুৰঞ্জী" লিখিবলৈ আৰম্ভ কৰে।

থুচিডাইডিচৰ বুৰঞ্জীৰ চমু পৰিচয় দিয়া এই ক্ষুদ্ৰ পৰিধিৰ ৰচনাৰ দ্বাৰা সম্ভৱপৰ নহয়। গতিকে আমি তেওঁৰ বুৰঞ্জীখন লিখাৰ ধৰণৰ কথাকে ইয়াত আলোচনা কৰিবলৈ চেষ্টা কৰিমহঁক। সেই সময়ত এনে ধৰণৰ বুৰঞ্জী এখন থকা বুলি গ্ৰীচৰ বাহিৰে আন কোনো দেশে গৌৰৱ কৰিব নোৱাৰে। আমি ভাৰতীয় সকল, প্ৰাচীন বুৰঞ্জাত তেনেই পিচপৰা; আনকি আমাৰ কালিদাসৰো এখন বিশ্বাসযোগ্য জীৱনী লিখিবলৈ একো আহিলা-পাতি পাবলৈ নাই। সি যি কি নহওক,—আমি আমাৰ আলোচ্য বিষয়লৈ আহোহঁক।

থুচিডাইডিচৰ বুৰঞ্জীখন পঢ়িলে আধুনিক বৈজ্ঞানিক প্ৰণালীৰে লিখা এখন বুৰঞ্জী পঢ়া যেন লাগে। তেওঁৰ বুৰঞ্জীত সন্নিবিষ্ট কৰা সকলো ঘটনাকে তেওঁ যুক্তি আৰু বিশ্বস্ততাৰ তুলাচনীত জুখি লৈছিল। যি কথা সঁচা বুলি ভালদৰে প্ৰমাণ নাপাইছিল বা নাজানিছিল, তাক তেওঁ কেতিয়াও তেওঁৰ বুৰঞ্জীত ঠাই দিয়া নাই। তেওঁৰ সকলো বৰ্ণনাই অতি নিৰপেক্ষ। তেওঁ যি পক্ষৰে কোনো দোষ দেখিছে, তাক উনুকিয়াই



গৈছে। আনপক্ষে এথেন্সৰো দোষবোৰ ফঁহিয়াই লিখি থৈ গৈছে। থুচিডাইডিচ নিজৰ মাতৃভূমিৰ পৰা নিৰ্ব্বাসিত হৈ শত্ৰু সকলৰ দেশতো ফুৰিবলৈ সুবিধা পাইছিল। স্পাৰ্টাই বিশেষকৈ তেওঁক আশাতীত মৰম দেখুৱাইছিল। এইদৰে তেওঁ এথেন্সৰ শত্ৰুবিলাকৰ দেশতো অবাধে ফুৰি ফুৰিব পাৰিছিল; আৰু তাৰ ফলত তেওঁ সকলো কথা দেখি শুনি সঁচা-মিছা বিবেচনা কৰি লিখিব পাৰিছিল। ইফালে এথেন্সে আৰু এথেন্সৰ মিত্ৰৰাজ্য বিলাকৰ বিষয়েও তেওঁৰ ভাল জ্ঞান আছিল। বিখ্যাত ঐতিহাসক 'প্লুটাকে' কৈছে—থুচিডাইডিচৰ নিৰ্ব্বাসন নহয়, ই কোনোবা দেৱীৰ—তেওঁৰ প্ৰাত অপৰিসীম দয়াৰ বৰহে।" কথাটো নিশ্চয় মিছা নহয়।

থুচিডাইডিচৰ বৰ্ণনা প্ৰণালীও অতুলনীয়। তেওঁৰ বৰ্ণনা প্ৰাঞ্জল, বৰ মোহ লগা। পঢ়ি গলে নাটক উপন্যাসতকৈ ভাল যেন লাগে। তেওঁৰ বুৰঞ্জী খনৰ বৰ্ণনাত অলঙ্কাৰৰ প্ৰাচুৰ্য্যই অলপো অত্যাচাৰ কৰিব পৰা নাই। তেওঁ নিজে লিখি গৈছে—"যি সকলে অতীতৰ নিখুঁত বৰ্ণনা আৰু ভবিষ্যত ঘটনাৰ সঙ্কেত বিচাৰে, তেওঁবিলাকে দেখিব মোৰ বুৰঞ্জী চিৰকাল ৰাখিবলগীয়া এটা সম্পত্তি—অস্থায়ী হবলৈ লিখা কেৱল অলঙ্কাৰময় বৰ্ণনা নহয়।" থুচিডাইডিচৰ এনেদৰে গৌৰৱ কৰিবলৈ সম্পূৰ্ণ অধিকাৰ আছে। তাক সদায় সকৃতজ্ঞ অন্তঃকৰণেৰে স্বীকাৰ কৰিবই লাগিব।

থুচিডাইডিচে তেওঁৰ বুৰঞ্জীত কেবাটাও মনোমোহা

বক্তৃতা আমালৈ এৰি থৈ গৈছে। প্ৰত্যেকটি বক্তৃতাই মনোযোগেৰে পঢ়িবলগীয়া। কিন্তু বোধকৰোঁ আটাইতকৈ সুন্দৰ হৈছে 'পেৰিক্লিচৰ' শ্মশান বক্তৃতাটি। আমি সেই বক্তৃতাৰ পৰা কেইশাৰীমান অসমীয়াৰ মাজত উলিয়াই দিয়াৰ লোভ সামৰিব নোৱাৰিলো।

"আন আন বিষয়তো আমাৰ চহৰখন প্ৰশংসনীয়; কাৰণ আমি বিদ্যা আহৰণ কৰি তিৰোতাৰ নিচিনা দুৰ্ব্বল নহওঁক। আমাৰ মাৰ্জ্জিত ৰুচিৰ পৰিচয় হৈছে—সৰল জীৱন যাপন। বৰ কথা বা ফিটাহি মাৰি ফুৰিবলৈ আমি ধনৰ ব্যৱহাৰ নকৰোঁ; কিন্তু যাতে উচিত সময়ত আমাৰ সহায় হয়, তাৰ বাবেহে আমি ধন খৰচ কৰো। আমাৰ দাৰিদ্ৰ্য স্বীকাৰ কৰিবলৈ আমি লজ্জিত নহওঁক; কিন্তু আমি আমাৰ দাৰিদ্ৰ্য গুচাবলৈ একো চেষ্টা নকৰিলেহে বৰ লাজ পাওঁ। যি সকল এথেন্সবাসীয়ে নাগৰিক জীৱনৰ কৰ্ত্তব্যবিলাকৰ পৰা আঁতৰি থাকে সিবিলাক আমাৰ মনত নিৰীহ নহয়—অকামিলাহে।"

প্ৰাচীন গ্ৰীচত বাগ্মিতাৰ যথেষ্ট সমাদৰ আছিল। বাগ্মিতা চৰ্চ্চা বৈজ্ঞানিক প্ৰণালীৰে অনুশীলন কৰা হৈছিল। থুচিডাই-ডিচৰ বুৰঞ্জীত এনে ধৰণৰ ওখ থাপৰ বক্তৃতা কেবাটিও আছে। সেই বক্তৃতাবোৰ চিৰকলীয়া আদৰৰ বস্তু আৰু শিকিবলগীয়া, ভাবিবলগীয়া কথাৰে পৰিপূৰ্ণ। আমি আগেয়ে কৈ আহিছোঁ যে থুচিডাইডিচৰ বহুমুখী প্ৰতিভা এই ক্ষুদ্ৰ ৰচনাৰে বৰ্ণোৱা সম্ভৱপৰ নহয়। আমাৰ অসমীয়া সুধী-সমাজত থুচিডাইডিচৰ



সমাদৰ এতিয়াও হোৱা নাই। প্ৰাচীন গ্ৰীচৰ পৰাও আমি শিকিব লগীয়া বহুত কথা আছে। ভাৰতীয় কৃষ্টি আৰু সভ্যতাৰ লগত প্ৰাচীন গ্ৰীচৰ সামঞ্জস্য তেনেই কম নহয়। আৰু উভয় সভ্যতাৰ তুলনামূলক আলোচনাৰ বাবে এনেকুৱা মনীষী সকলৰ জীৱনী আৰু গ্ৰন্থাৱলীৰ আলোচনা অতি আৱশ্যকীয়।

---

# গৃহিণী

শ্ৰীযুতা সুপ্ৰভা গোস্বামী।

[এখেত অসমীয়া পঢ়ুৱৈ সমাজৰ ওচৰত সুপৰিচিতা। বাঁহী, আৱাহন, জয়ন্তী আদি কাকতত এখেতৰ সাৰুৱা প্ৰবন্ধাদি আৰু ৰসাল গল্পাদি প্ৰকাশিত হৈ অসমীয়া সাহিত্যক চহকী কৰি তুলিছে। অনুবাদ সাহিত্যত এখেতৰ সুষশ সুপ্ৰতিষ্ঠিত। শ্ৰীযুতা গোস্বামীৰ "অৰিহণা" আৰু "কণিকা" পঢ়িবলগীয় কিতাপ। ]

গৃহিণী শব্দৰ অৰ্থ আমি বুজোঁ ঘৰৰ ঘৰিণী। ঘৰিণীৰ কাম আৰু অধিকাৰ, ঘৰৰ সকলো কথাতে অশেষ পৰিমাণে আছে। ঘৰুৱা সকলো কাম বনত চকু ৰখাৰ লগে লগে, ঘৰৰ গৃহস্থৰ সকলো সুখ-দুখ, হাঁহি-ধেমালি পৰামৰ্শ, উপদেশ আদিতো সহায় হোৱা আৰু যোগ দিয়া গৃহিণীৰ কৰ্ত্তব্য।

মহাকবি কালিদাসৰ লেখনিত, গৃহিণীৰ ৰূপ ফুটি উঠিছে এনেকৈ—

"গৃহিণী সচিবঃ সখী মিথঃ
প্ৰিয় শিষ্যা ললিতে কলাবিধৌ।"

তেওঁ স্বামীৰ কোনো সমস্যা দেখা দিলে তাত মন্ত্ৰীৰ নিচিনা পৰামৰ্শ দিব পাৰিব লাগিব। গিৰিয়েকৰ মনৰ গোপন কথাৰ লগৰীয়া হব লাগিব, আৰু গান-বাজনা, কৱিতা আদি



সুকুমাৰ কলা বিলাকত, গিৰিয়েকৰ লগত যোগ দি, তেওঁৰ আনন্দ বৰ্দ্ধন কৰিব পৰা হব লাগে। ৰন্ধা-বঢ়া, পৰিচৰ্য্যা আদি কামবিলাকৰ উপৰিও এইবিলাক গুণ গৃহিণীৰ গাত থকা উচিত।

কিন্তু আমাৰ দেশৰ বেছি ভাগ গৃহিণী কেনেকুৱা? ঘৰৰ গৃহস্থজনে হয়তো বি-এ, এম-এ, পাছ কৰিছে—নানা কাব্য সাহিত্য আদি পঢ়িছে; তাৰ সোৱাদ নিজে পাইছে। তেওঁৰ মনত নিশ্চয় কেতিয়াবা হেঁপাহ হব, সেই সোৱাদৰ ভাগ স্বামী-স্ত্ৰী দুয়ো একেলগে ভোগ কৰিবলৈ। কিন্তু সেই সুবিধা কিমানে পায় বা পাবলৈ ইচ্ছা কৰে?

ঘৰত কোনো এটা টান নৰিয়া হৈছে নাইবা কোনো কাৰণত সমস্যাৰ সৃষ্টি হৈছে আৰু ঘৰত থকা সকলোৱে অশান্তি ভোগ কৰিবলগীয়া হৈছে। এনেকুৱা বিলাক কাৰণত, ঘৰৰ গৃহস্থজনে হয়তো ভাবি-চিন্তি ভাত-পানী এৰিবলগীয়া হৈছে, কিন্তু একো স্থিৰ কৰিব পৰা নাই। তেনে অৱস্থাত তেওঁৰ ঘৈণীয়েকে কেৱল দূৰৰ পৰা হা-হুমুনিয়া পেলোৱা বা দুই চাৰি আষাৰ সান্ত্বনাৰ কথা শুনোৱাৰ বাহিৰে, আচল সমস্যাৰ একো দিহা-পৰামৰ্শ দিব পৰা নাই। অকল এজনেই সকলো ভাৱনা-চিন্তাৰ ভাৰ ব'বলগীয়া হৈছে। ঘৰৰ গৃহিণীয়েও যদি গৃহস্থৰ লগত যোগ দি এই সমস্যা সমাধানৰ উপায় চিন্তা কৰিব পৰা হয়, আৰু দুয়ো পৰামৰ্শ কৰি এটা সিদ্ধান্ত কৰিব পাৰে, তেনেহলে যে কিমান সুবিধা আৰু মনৰ চিন্তা দূৰ হয় তাক উপলব্ধি কৰা টান নহয়।

আমাৰ শাস্ত্ৰজ্ঞ সকলেও কৈছে—বিপদে-সম্পদে, দুখে-সুখে, অভাব-অভিযোগে, সকলো সময়তে, সকলো অৱস্থাতে স্ত্ৰী স্বামীৰ লগৰীয়া হব লাগে। স্ত্ৰীৰ ভিতৰত স্বামীয়ে সুখৰ সোৱাদ, দুখৰ সান্ত্বনা, সৌন্দৰ্য্যৰ তৃপ্তি, সন্তানৰ স্নেহ, শাসন, উপদেশ, পৰামৰ্শ সকলো পোৱা উচিত। কিন্তু এনেকুৱা স্ত্ৰী কেইগৰাকী হব পাৰে বা হবলৈ সুযোগ পায় ?

সুগৃহিণী হোৱাৰ কথা, প্ৰথমতে নিৰ্ভৰ কৰে ছোৱালীৰ মাক-বাপেকৰ ঘৰৰ আবহাওৱাৰ ওপৰত। তাৰ পাচত, স্বামীৰ ঘৰৰ চলন-ফুৰণৰ ওপৰত, তিৰোতা মানুহৰ জীৱনৰ গতি চালিত হয়। মাক-বাপেকৰ ঘৰত উপযুক্ত ভাবে শিক্ষা পালে—স্বামীৰ ঘৰত কিবা বেয়া দেখিলে, ছোৱালীয়ে তাক ঘৰৰ কাৰো মনত বা সংস্কাৰত আঘাত নলগাকৈ দূৰ কৰিব পাৰে। নিজৰো যদি কিবা চাল-চলন বা মতামতৰ প্ৰভেদ থাকে, শিক্ষিত মন হলে স্বামীৰ ঘৰৰ চাল-চলন বা মতামতৰ লগত নিজক মিহলাই লবলৈ টান নাপায়।

মাক-বাপেকে ছোৱালীক সৰুতে কেৱল লেখা-পঢ়া, গান-বাজনা শিকালেও নহয়, কেৱল ঘৰুৱা কাম-বন, কাপোৰ বোৱা, এইবিলাক শিকালেও নহয়। এই দুয়োটা সমান ভাৱে শিকাব লাগিব। তাৰ লগতে আচাৰ-ব্যৱহাৰত মৃদুতা, কথা-বতৰাত মিঠামুখীয়া, সকলো কামতে লাজ বা ঘিণ নকৰাকৈ আগবাঢ়িব পৰা শিক্ষাও হব লাগে। দৰকাৰ হলে গোটেই ঘৰৰ বিৰুদ্ধে থিয় দিব পৰা মনৰ বলো তিৰোতা মানুহক



লাগে; আকৌ, আৱশ্যক মতে নিজৰ মনৰ বিৰুদ্ধ ভাব দমাই ৰাখি, আনক তৃপ্ত কৰিব পৰা কোমলতা খিনিও থাকিব লাগিব।

লেখা-পঢ়াৰো বেছি ভাগ নিৰ্ভৰ কৰে ঘৰৰ আবহাওৱাৰ ওপৰত। ছোৱালীক অসমীয়া, ইংৰাজী আদি পঢ়িব লেখিব পৰাকৈ শিকালে, কিন্তু তাৰ পাচত যদি সেইবিলাক চৰ্চ্চা কৰিবলৈ সুবিধা নাপায়, তেনেহলে লেখা-পঢ়া শিকাৰ একো লাভ নহল। সেই বুলি যে কেৱল চকি-মেজত বহি লেখা-পঢ়া কৰি থাকিব লাগিব তেনে নহয়। ঘৰৰ কাম-বন কৰি, অৱসৰ সময়ত দুই চাৰিখন ভাল কিতাপ পঢ়িবলৈ বা খবৰ কাগজ এখনত চকু ফুৰাই চাবলৈ সময় আৰু উৎসাহ দিয়া যুগুত। মাজে-সময়ে বাপেক, গিৰিয়েক, ককায়েক বা যি কোনো আপোন জনাবুজা মানুহে ছোৱালীৰ লগত, লেখা-পঢ়া আদিৰ চৰ্চ্চা কৰিলে, বা ছোৱালীক সুবিধা দিলে, সেই বিলাকত উৎসাহ আৰু শিক্ষা দিয়া হয়। অকল যে কিতাপ মেলি ললেহে লেখা-পঢ়াৰ চৰ্চ্চা হয়, তেনেতো নহয়। কথা-বতৰাৰ লগত নানা সমালোচনা, গল্প, ভাল বেয়াৰ বিচাৰ আদি কৰিব পাৰি।

আমাৰ বেছি ভাগ তিৰোতা মানুহৰ, ঘৰত থকা পুৰুষ সকলৰ লগত সম্বন্ধ বৰ কম। গিৰিয়েক-ঘৈণীয়েক, ভাই-ভনী, বাপেক-জীয়েক, এই বিলাকৰ লগত কিবা দৰকাৰ হলেহে দিনটোত দুই চাৰিবাৰ দেখা হয় বা দুই চাৰিষাৰ কথা-বতৰা হয়। একেলগে বহি কথা-বতৰা পতাতো দূৰৰ

কথা। সাধাৰণতে পুৰুষসকলে বাহিৰলৈ অহা-যোৱা বেছিকৈ কৰে, আৰু তেওঁলোকে নতুন কথা শিকিবলৈ বা চাবলৈ বেছি সুযোগ পায়। সেই বিলাক যদি ঘৰলৈ আহি, ঘৰত থকা তিৰোতা সকলৰ আগত কয়, তেনেহলেও তিৰোতা সকলে বহুত কথা জানিব পাৰে।

যদি লৰা-ছোৱালীয়ে সৰুৰে পৰা মাক-বাপেক, ভাই-ভনী আদি সকলোৱে একেলগে বহি কথা-বতৰা পতা দেখে, ঘৰুৱা কথা-বতৰাত সকলোকে একেলগে যোগ দিয়া দেখে, তেনেহলে সিহঁতৰ মনত আৰু ব্যৱহাৰতো তেনেকুৱা ধৰণ-কৰণ দেখা যাব। তেতিয়া হলে ছোৱালীবিলাক যেতিয়া গৃহিণী হৈ আনৰ ঘৰলৈ যাব, তাতো ঘৰৰ সকলো অভাৱ-অভিযোগ, সমস্যা ৰং-ধেমালি সকলো বিষয়তে যোগ দিব পাৰিব। সকলো কামতে গিৰিয়েকৰ আচল সহায় হব পাৰিব।

তেনেকৈ লৰাইও সৰুৰে পৰা এনেকৈ দেখি-শুনি আহিলে, নিজে বিয়া-বাৰু কৰালে, ঘৈণীয়েকক নিজৰ উপযুক্ত কৰি লব পাৰিব আৰু সকলো কামতে অশেষ সহায়, আনন্দ আৰু উৎসাহ পোৱা সম্ভৱ হব।

এইবিলাকৰ বাহিৰেও, সৌন্দৰ্য্য-চৰ্চ্চাও গৃহিণীৰ এটা প্ৰধান গুণ। মানুহ স্বভাৱতে সৌন্দৰ্য্য প্ৰিয়! সুন্দৰ বস্তুৱে আমাক আকৰ্ষণ কৰে। ঘৰখন আৰু তাৰ ঘৰিণী যদি সৌন্দৰ্য্যশালিনী হয়, তেনেহলে সি অতি আকৰ্ষণীয় বস্তু হৈ উঠে। ৰূপেই সৌন্দৰ্য্য নহয়। এটা সৰু খেৰৰ ঘৰো মচিকাঁচি, চাফ্-চিকুণ কৈ ৰাখিলে, সি অতি সুন্দৰ হৈ পৰে। মানুহেও



চুচি-মাজি চাফ্-চিকুণ হৈ থাকিলে দেখাত বহুত তাৰতম্য হয়। সৌন্দৰ্য্যৰ লগতে মাত-কথাৰ মধুৰতা, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰৰ আন্তৰিকতা মিলি ঘৰখন অতি বিতোপন হৈ পৰে।

---

# কৱিতা ভাগ।

## বিষয় সূচী



# বেদ-স্তুতি

## ( কীৰ্ত্তন )

### শ্ৰীশ্ৰীশঙ্কৰদেৱ।

[ মহাপুৰুষ শঙ্কৰদেৱৰ বেলেগ চিনাকি দিয়াৰ কোনো প্ৰয়োজন নাই। অসমীয়াৰ প্ৰায় ঘৰে ঘৰেই এই নাম প্ৰচলিত। আজিও অসমৰ বিভিন্ন ঠাইত শঙ্কৰী-ধৰ্ম্মৰ প্ৰচাৰ দেখা যায়। শঙ্কৰদেৱৰ বহুমুখী-প্ৰতিভা, অসমীয়া কাব্য, নাটক আদিৰ মাজেদি ৰূপায়িত হৈ উঠিছে। এখেতৰ দৰে একাধাৰে কৱি, সাহিত্যিক আৰু ধৰ্ম্ম-প্ৰচাৰক এজন—পৃথিবীত বিৰল। শঙ্কৰদেৱে বান্ধি দিয়া ভেটিৰ ওপৰতে আজি অসমীয়া কাব্য, সাহিত্য, নাটক আদিয়ে ঠনধৰি গজালি মেলিছে। এই মহাপুৰুষে লিখি থৈ যোৱা বৰগীত আৰু কীৰ্ত্তন পুথি অসমীয়া সাহিত্যৰ এটি বহুমূলীয়া সম্পদ। ৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই কীৰ্ত্তন পুথি সম্পৰ্কে এটি সাৰুৱা মন্তব্য প্ৰকাশ কৰিছে :—"অসমীয়া ভাষাক যে শঙ্কৰদেৱে কি ৰত্নেৰে বিভূষিত কৰি থৈ গৈছে ভাবিলে শৰীৰ ৰোমাঞ্চিত হয়।......যি অসম দেশত কীৰ্ত্তন পুথিৰদৰে গ্ৰন্থৰ জনম, সেই অসমদেশ কেতিয়াও সাহিত্যত দুখীয়া হ'ব নোৱাৰে।"]

বুদ্ধি অহঙ্কাৰে, আৱৰিলে আতি,
মহা মূঢ় ভৈলো স্বামী।
তোমাৰ অখণ্ড, আনন্দ ৰূপক
কি মতে জানিবো আমি ॥

দীন দয়াশীল, দিয়ো উপদেশ,
তোমাৰ চৰণে ধৰোঁ ।
শ্ৰৱণ কীৰ্ত্তন, স্মৰণ ভক্তিক,
সদায় যি মতে কৰোঁ ॥
মিছা তৰ্কবাদে, ভৈলো অন্ধকাৰ,
তাতে ভ্ৰমো মন্দ মতি ।
তযু জ্ঞান পন্থ, খুজিয়া ন পাওঁ,
কৰা হৰি মোৰ গতি ॥
তযু গুণ নাম, মুখে নছাড়োক,
কৃপা কৰা চক্ৰপাণি ।
মাধৱ বামণ, গোবিন্দ বোলন্তে,
মুকুত হৈবো কৈসানি ॥
তুমি সত্য ব্ৰহ্ম, তোমাতে প্ৰকাশে,
জগত ইটো অনন্ত ।
জগততো সদা তুমিও প্ৰকাশা,
অন্তৰ্য্যামী ভগৱন্ত ॥

---

# প্ৰাৰ্থনা

## ( নাম-ঘোষা )

### শ্ৰীশ্ৰীমাধব দেৱ

[ মাধৱদেৱ, শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰধান শিষ্য। মাধৱদেৱৰ অপূৰ্ব্ব স্বাৰ্থত্যাগ, গুৰুৰ প্ৰতি অটল ভক্তি আৰু কঠোৰ বৈৰাগ্য অবৰ্ণনীয়। শঙ্কৰৰ দৰে মাধৱেও অসমৰ পৰ্ব্বতে-ভৈয়ামে, শ্ৰৱণ, কীৰ্ত্তন আৰু নাটকীয় অনুষ্ঠানৰ মাজেদি ভগৱানৰ মহিমা প্ৰচাৰ কৰিছিল। ৺লক্ষ্মীধৰ শৰ্ম্মাৰ প্ৰাঞ্জল ভাষাত কবলৈ গ'লে :—"শঙ্কৰ-আকাশত মাধৱ-সূৰ্য্যৰ আৱিৰ্ভাব নোহোৱা হলে অসমত ভাগৱতী ধৰ্ম্মৰ প্ৰচাৰ ইমান নহলহেঁতেন।" শঙ্কৰ-মাধৱৰ মহা-মিলনেই পঞ্চদশ শতাব্দীৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটা নতুন পাতনি মেলিছিল। ]

তুমি চিত্ত বৃত্তি মোৰ প্ৰবৰ্ত্তন নাৰায়ণ
তুমি নাথ মই নাথৱন্ত ।
চৰণ ছত্ৰৰ ছায়া দিয়া দুৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত ॥
তুমি মোৰ অন্তৰ্য্যামী তযু ভৃত্য ভৈলো আমি
জানি কৃপা কৰা হৃষীকেশ ।
দান্তে তৃণ তুলি লওঁ যিমতে সেৱাত ৰও
দিয়া মোক সেই উপদেশ ॥

নাজানোহো আবাহন নাজানোহো বিসৰ্জ্জন
পূজা-মন্ত্ৰ নাজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলো চৰণৰ
মোৰ গতি সাধিবে উচিত।

---

# আনন্দ তীৰ্থ

## চন্দ্ৰকুমাৰ আগৰৱালা

['প্ৰতিমাৰ' খনিকৰ কৰি ৺চন্দ্ৰকুমাৰ আগৰৱালা দেৱক মাথো 'প্ৰতিমা'ৰ খনিকৰ বুলি কৈ থলে, তেখেতৰ প্ৰতি অবিচাৰ কৰা হ'ব। ৺আগৰৱালা দেৱ মাথো 'প্ৰতিমা'ৰ খনিকৰেই নাছিল—অসমীয়া কাব্যপ্ৰতিমাকো আধুনিক সাজ-পাৰেৰে যি কেইগৰাকী শিল্পীয়ে সজাই পৰাই তুলিছিল, ৺আগৰৱালা দেৱও তাৰে এজন আছিল। "চন্দ্ৰকুমাৰ আগৰৱালাত সম-জাতীয় প্ৰেমটো বহল হৈ গৈ সকলো মানৱকে সাৱট মাৰি ধৰি, এক বিশ্ব-প্ৰেমত পৰিণত হৈছেগৈ।........ ইংৰাজ কৱি শ্বেলিয়ে এদিন যিটি......সাম্যবাদী জগতৰ সপোন দেখিছিল"—আগৰৱালা দেৱৰ কাব্যত বিশেষকৈ তেওঁৰ "বীণ বৰাগী" কৱিতাত আমি তাৰ ছাঁ দেখিবলৈ পাওঁ। এই কৱিৰ কৱিতাবোৰৰ বচন-ভঙ্গী অতি মধুৰ আৰু ই পাঠকসকলৰ হেঁপাহৰ বস্তু।

হিয়াৰ মাজেই অনন্তৰ পথ
যাত্ৰী আমি আগবাঢ়োঁ,
আনন্দৰ তীৰ্থ সবাতো উত্তম
উলাহত খোজ কাঢ়োঁ।



লগে-ভাগে বাওঁ আমি যাত্ৰী সব
একে বাটৰ বাটৰুৱা,
সকলো বাটেই ঘূৰি-পকি গৈ
একেটি তীৰ্থলৈ যোৱা ॥

সেউজী ৰসাল বটে আবৰিছে
দয়াই বিতৰে ছাঁয়া,
ফটিক সুৰদি নিজৰাৰ ধাৰে
বাটৰ হৰিছে পয়া।
নীল আকাশত বগলী পাখিৰে
চোৱঁৰ ধৰিছে মেঘে,
মলয়ে আনিছে সাগৰ কাষৰ
তীৰ্থৰ বাৰ্তাৰ বেগে।
তীৰ্থত বিৰাজে তীৰ্থৰ দেৱতা
প্ৰভু জগন্নাথ তাত,
অনন্ত কালৰ অনন্ত সোঁতৰ
আনন্দ লোকৰ নাথ।
আহাঁ কোন যাবা দিগন্তৰ শেষ
আহাঁ শুধ আশা লৈ,
অন্তৰ বাসনা মন মলিয়ন
দলিয়াই পেলাই থৈ।

---

# মৌ-কোঁহ

৺পদ্মনাথ গোহাঁই বৰুৱা।

[ 'জুৰণি', 'ফুলৰ চানেকী', 'লীলাকাব্য', 'শ্ৰীকৃষ্ণ', 'গদাধৰ', 'জয়মতী' আদিৰ প্ৰণেতা গোহাঁই বৰুৱাৰ নতুন চিনাকি দিবৰ আৱশ্যক নাই। সৰু-বৰ সকলোৱেই এখেতৰ সাহিত্যৰ মৌ পান কৰি তৃপ্তি লভিছে। অসমীয়া সাহিত্যৰ গদ্য-পদ্য নাটক সকলো ক্ষেত্ৰতে এখেতৰ যশ সুপ্ৰতিষ্ঠিত ]

### চকু-লো।

মনেবোৱা দুখ পাচি হিয়াত মেলাই,
ভাৱনাৰ পিহনাৰে পিহি বিয়পাই,
সোৰঁৰণী পানী-চলু চিপে ঢালি,
চকুৰ কোণক পাৰি কৰমৰ থালি,
দীৰ্ঘ হুমুনিয়া চউ তুলি হৃদয়ৰ,
দুধাৰি চকু-লো বয়—মুকলি অন্তৰ!

### সৰু আৰু বৰ

জোনে কয় হাঁহি মাৰি—"ক্ষুদ্ৰ তই তৰা
দেখচোন কেনে মই উজ্জলিছো ধৰা।"
তৰাই সম্ভাষে—"আমি অতিকৈ সৰু
আপোন দীপ্তিৰে নিতে সৃষ্টি শোভা কৰোঁ।"

### শকতৰ বিপদ

দিনত দুবৰি বন খছকাত মৰে
ৰাতি হলে মূৰ তুলি পুনু ঠন ধৰে।
পৰিল উভালি যদি বৰ গছ গুৰি
দাঙিব নোৱাৰে মূৰ, লুঠে আৰু ঘূৰি!

# জোনাকীৰ প্ৰতি সম্বোধন

৺কমলাকান্ত ভট্টাচাৰ্য্য

["অৰুণোদয় যুগৰে পৰা মৃত্যুৰ সময়লৈকে, আধুনিক অসমীয়া সাহিত্যৰ গোটেই যুগ ব্যাপী, স্বদেশ-প্ৰেমৰ একুৰা চিৰ-অনিৰ্ব্বাপিত অগনিলৈ ৺কমলা ভট্টাচাৰ্য্যই তাৰ ফিৰিঙতিবোৰ নানা গদ্য, পদ্য প্ৰবন্ধত ছটিয়াই আহিছে।" তেখেতৰ জীৱন আৰু সাহিত্য দুয়োটাৰ ওপৰতে বিৰিঙি পৰিছিল ভগৱৎ মহিমাৰ বিৰাট জ্যোতি। 'চিন্তানল', 'চিন্তাতৰঙ্গ', 'কঃ পন্থা' আদি পুথিয়ে তেখেতৰ দাৰ্শনিক-কবিত্ব শক্তিৰ পৰিচয় দিছে। ]

নাবাজে টোকাৰি মোৰ কিহে মোক পালে
উছাহ অগনি হায় নিৰাশে নুমালে!
অসম নহয় ইটো জ্বলন্ত শ্মশান!
কি হ'ব লেখিলে ক'লে নাই য'ত প্ৰাণ?
বুজা নাই একো কোনে দেশৰ কি হব,
ধৰ্ম্মহীন কোন জাতি উন্নতি লভিব?
পৃথিৱীৰ বুৰঞ্জীয়ে জ্বলন্ত প্ৰমাণ
কৰিব ই কথা ঠিক সত্যৰ বিধান।
দিনৌ নতুন সূৰ্য্য চন্দ্ৰৰ উদয়,
নতুন জাতিয়ে, দিনে, নিতৌ প্ৰকাশয়!
নতুন বছৰ ঋতু আহে আৰু যায়,
নতুনেই বিধাতাৰ বিধান বুজায়।
তেন্তেনো পুৰণিভাৱে অসম তোমাৰ
কৰিব উন্নতি বুলি ভাবিছানে সাৰ?

উঠা উছাহেৰে আজি উৰাই নিচান,
জয় ঢোল কোবাইহে উছৰ্গি প্ৰাণ ।
সাম্য, মৈত্ৰী স্বাধীনতা সুৰে গান গাওঁ,
জগত বাসীক একে ভ্ৰাতৃভাৱে চাওঁ ।
কুৰিশ শ'কৰ যাক পোহৰে নোতোলে,
কি হ'ব জোনাকী হায় তোমাত লেখিলে ?
ঘোৰ আন্ধাৰত তোৰ মিটিকি পোহৰে,
অসমক কেতিয়াও পোহৰ নকৰে ।
বুজিও নুবুজা যত শিক্ষিতৰ দল,
ভণ্ডামী লুকাই আছে ঢাকনীৰ তল ।
বিধিৰ নিৰ্ব্বন্ধ সিটো নহয় খণ্ডন,
অসমত তোমাৰ নাই উন্নতি লক্ষণ ।
বিসদৃশ কালে আহি অসম গ্ৰাসিলে
ভেঁটি মাটি লোপ পাব অমিল থাকিলে ।
মিলোঁ আহাঁ ভাই ভনী কৰি শুধ চিত,
সক বৰ এক হই সাধোঁ নিজ হিত ।
ভণ্ডামী ঢাকনিখন দূৰ কৰি থই,
দিওঁ সঁচা বাটটি আঙুলিয়াই ক'ই ।
তেতিয়া মূৰুখে বাট লাহে লাহে লব,
হলেও পোনতে টান সময়ে কৰিব ।
নিজক দৃষ্টান্ত কৰি আহা আগবাঢ়োঁ
ঘিণ হিংসাদ্বেষাদিক শিপা খানি মাৰোঁ ।

---

# আকাঙ্ক্ষা

শ্ৰীৰঘুনাথ চৌধাৰী

[ শ্ৰীযুত ৰঘুনাথ চৌধাৰী অসমৰ কাব্যামোদী সকলৰ ভিতৰত "বিহগী-কৱি" বুলিয়েই জনাজাত। এই কৱিৰ কৱিতাবোৰৰ বেছিৰ ভাগেই চৰাইক কেন্দ্ৰ কৰি লিখা; "কেতেকী চৰাই," "দহিকতৰা" ইত্যাদি। কিন্তু "চৌধাৰী ডাঙৰীয়াক বিহগী-কৱি বুলি ক্ষান্ত থাকিলে, স্বৰূপাৰ্থত তেওঁৰ কবিতাৰ বহল খেত-থন চপাই-কোঁচাই যেৰা হয় যেন লাগে: "প্ৰকৃতি-কৱি" ( Nature poet ) বুলিলেহে কৱিৰ ব্যাপক প্ৰকৃতিৰ সৌন্দৰ্য্য ব্যঞ্জক কৱিতাৰ চৰম উপলব্ধি হ'ব।......ৰঘুনাথ চৌধাৰীৰ কৱিতাত প্ৰাঞ্জল বৰ্ণনাৰ প্ৰাচুৰ্য্যও দেখা যায়।" অসমীয়া শিক্ষিত সমাজত চৌধাৰী ডাঙৰীয়াৰ "কেতেকী", "সাদৰী", "দহিকতৰা" আদি পুথিৰ নাম নজনা মানুহৰ সংখ্যা নিচেই তাকৰ। ]

বাজিল কীচক বেণু ললিত লয়েৰে
প্ৰকৃতিৰ কাম্য কাননত ;
হীৰক-মণ্ডিত নীল চন্দ্ৰতাপ খনি
আলোকিল শূন্য বিমানত।
ফুলৰ সুগন্ধ-বাহী সান্ধ্য সমীৰণে
বিতৰিছে সুৰভি চন্দন
বৈতালিক পৰঘূমা ত্যজি তন্দ্ৰালস
গায় বিভু মহিমা বন্দন।

বই যায় প্ৰেমধাৰা বিশ্ব-ভুৱনত
প্ৰেমময় প্ৰভুৰ প্ৰসাদ
মোহ-মুগ্ধ জীৱদলে পান কৰি আহা
গুচাইছে আত্ম-অৱসাদ !

হে প্ৰভো ! অন্তৰযামী মঙ্গল নিলয়
তুমি মোৰ হৃদি চিন্তামণি
করুণা-কিৰণ ঢালি কৰা জ্যোতির্ম্ময়
মোহ-অন্ধ কাৰাগাৰ খনি ।

———

# উদ্বোধন

শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী

[ শ্ৰীযুত ৰায় চৌধুৰী দেৱৰ কবিতাৱলীত ছন্দৰ মাধুৰ্য্যৰ উপৰিও এটা শক্তিমন্ত জাতীয়-ভাৱৰ প্ৰেৰণা পোৱা যায়। তেখেত মানুহ জন যেনে সবল তেখেতৰ লেখাবোৰো তেনেকুৱা পোনপটীয়া। তেখেতৰ ‘ ডেকা-ডেকেৰীৰ বেদ” বোলা কিতাপখন প্ৰত্যেক অসমীয়াই পঢ়া উচিত। “তুমি” আৰু “বীণা”ৰ বাহিৰেও ‘চেতনা’ত থকা গীতবোৰে তেখেতৰ দেশ-প্ৰেমৰ গভীৰতা আৰু কবি হিচাপে শ্ৰেষ্ঠত্বৰ চিনাকি দিয়ে। ]

জাগ ডেকাতেজ জাগ আজি জাগ
আগ্নেয়গিৰি উগাৰি জাগ ;
এলাহৰ গাঁঠি ভাঙি গুড়া কৰি
কৰ্ম্মধাৰাৰে ধৰণী ঢাক ।



জাগ ডেকাতেজ জাগ আজি জাগ
স্বৰ্গ-মৰ্ত্ত্য কঁপাই জাগ ;
বিনাশি জাতিৰ দুখ-দাৰিদ্ৰ্য
ঘৃণিত গলিত গোলামী দাগ ।

জাগ ডেকাতেজ ধন ঢালি তোৰ
উটাই জাতিৰ জঠৰ ভাগ,
দেশৰ মাটিৰ গছ-লতা ভৰি
উথলি উঠক সোণালি ৰাগ ।

জাগ ডেকাতেজ বজ্ৰ মুঠিত
ভাঙি পুনু গঢ়া হাতুৰি লৈ
স্বদেশ-সেৱাত ভণ্ডামীবোৰ
ভাঙি উৰি য'ক চূৰ্ণ হৈ ।

———

# আৱাহন

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

[ শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা অসমৰ সৰ্ব্বশ্ৰেষ্ঠ "ৰোমাণ্টিক" কবি। এই কবিৰ কাব্যৰ প্ৰত্যেক কবিতাতে নিৰাশাবাদৰ এটি জুমুনিয়া ফুটি উঠিছে। "..... বিষাদৰ অগনিয়ে আমাৰ ফুলতকৈও সুকোমল কবিৰ অন্তৰ দহিব লাগিছে..... দুখ-যন্ত্ৰণাৰ নিৰাশা বাণী শুনাব লাগিছে......." ..... এওঁৰ "বিদায়" কবিতা আৰু "পাচনি" কবিতা সমূহৰ উদ্দেশ্য এই বিৰহবাদ বা নিৰাশাবাদেই। এই কবিৰ "আপোন সুৰ", "ওমৰ তীৰ্থ" "কথা কবিতা" আদি পুথিয়ে বৰ্ত্তমান অসমীয়া সাহিত্য জগতত এটা নতুন যুগৰ সূচনা কৰিছে।

বজোৱা মঙ্গল-শঙ্খ কৰি সুমধুৰ
ক'লা মেঘ আকাশৰ
ক'লা ৰেখ বিষাদৰ
পুৰণি বছৰে স'তে কৰি দিয়া দূৰ
বজোৱা মঙ্গল-শঙ্খ কৰি সুমধুৰ।
নতুন আলহী আনা কৰি আৱাহন
সুখৰ বাঁহীটি শুনা
সত্যক আদৰি আনা
মিছাৰ মোহিনী মুখা দিয়া বিসৰ্জ্জন
সাদৰে জনোৱা সবে শুভ সম্ভাষণ।



হৃদয়ৰ শোক-দুখ যোৱাহে পাহৰি
বন্ধুৰ বিয়োগ ব্যথা
ধনী নিধনীৰ কথা
আৰু যত ভিন ভাৱ দিয়া দূৰ কৰি
মধুৰ মিলন মন্ত্ৰ আনাহে আদৰি।
ধীৰে ধীৰে যাব যোৱা পুৰণি কালৰ
আধা মৰা আধা জীয়া
সেই বাট এৰি দিয়া
এৰি দিয়া ভেদাভেদ যত সমাজৰ
মহৎ আদৰ্শ লোৱা পৱিত্ৰ প্ৰেমৰ।
পাপ, তাপ, দুখ-দৈন্য আতুৰ জনৰ
নিৰ্ম্মম কালৰ চিন
একেবাৰে হ'ক ক্ষীণ
শেষ হ'ক জগতৰ কাহিনী শোকৰ
উঠক মধুৰ তানে সঙ্গীত সুখৰ।
শেষ হ'ক মানুহৰ মিছা অহঙ্কাৰ
হিংসা, দ্বেষ, ঈৰ্ষা, ভয়
সকলোৰে হ'ক লয়
শুভক্ষণে জগতত উঠক এবাৰ
সাম্য, মৈত্ৰী, স্বাধীনতা, ন্যায়ৰ বিচাৰ।
জাতৰক ধন-তৃষ্ণা মান অপমান
নিজ স্বাৰ্থ পৰিহৰা
কৰ্ত্তব্যৰ পাচ ধৰা
মৰামৰি কটাকটি হ'ক অৱসান
ঘৰে ঘৰে জিলিকক শান্তিৰ নিচান।

আঁতৰক অজ্ঞানতা ক্ষুদ্ৰ হৃদয়ৰ
আহক মুকলি প্ৰাণ
মুক্ত-কণ্ঠে গোৱা গান
পূৰ্ণ তুমি প্ৰেমময় অসীম সুন্দৰ
জীৱনত পৰে যেন তোমাৰে পোহৰ ।

---

# সপোন

শ্ৰীধৰ্ম্মেশ্বৰী দেৱী বৰুৱানী ।

[এখেত অসমৰ এগৰাকী বিদুষী মহিলা কৱি । শ্ৰীযুতা ধৰ্ম্মেশ্বৰী দেৱীৰ কাব্য সহজ, সৰল আৰু নিভাঁজ অসমীয়াৰে ৰচিত। ভাষা আৰু বৰ্ণনা-ভঙ্গীৰ সাৰল্যকে বাহন কৰি এই গৰাকী কৱিয়ে তেওঁৰ ভাৱৰ সঁফুৰা পাঠকৰ আগত মেলি দিছে। এখেতৰ ''কৱিতাবোৰ সংসাৰৰ যাতনাত নিমথিত হিয়াৰ অমৃত নিহালি"। দেৱী বৰুৱানীয়ে যেন স্থিৰ ভাৱে উপলব্ধি কৰিছে, ভগৱান "সৰ্ব্বশক্তিমান সৰ্ব্বব্যাপী হৈ আছে হৃদয়ত তোৰ।" গতিকে তেওঁ সকলো সময়তে ভগৱানত নিজকে লীন কৰিবলৈ প্ৰয়াস কৰিছে । "তুমি মোৰ, ময়েই তোমাৰ, কৰা মোক তোমাতেই লয়" (ফুলৰ শৰাই)। এখেতৰ "ফুলৰ শৰাই পুথিখনি অসমীয়া সাহিত্য-ভৰাঁলৰ এটি আপুকগীয়া সম্পদ।]

সীমাহীন সাগৰ পাৰত বহি মই অতি উলাহত
দেখিছিলোঁ সুখৰ সপোন ।
বিনন্দীয়া ধৰাৰ জেউতি বিনন্দীয়া মধুৰা প্ৰকৃতি
বিনন্দীয়া আকাশৰ জোন ॥



শীতলীয়া মলয়া বাৱত হিয়া জুৰি মানসী কুঞ্জত
ফুলিছিল বিতোপন ফুল ।
ৰমক জমক ফুল ফুলি কুলিয়ে সুৱদি সুৰ তুলি
কৰিছিল হৃদয় আকুল ॥
শুনি সেই গীতৰ লহৰি গৈছিলো আপোন পাহৰি
আনন্দত আছিলো অধীৰ ।
গৰজিলে এনেতে আকাশ আহি পালে এছাটি বতাহ
উথলিল শান্ত সিন্ধু নীৰ ॥
সাগৰৰ শত ঢৌ আহি উটুৱালে মালতীৰ পাহি
তোল-পাৰ লগালে সকলো ।
লটি-ঘটি কৰিলে ফুলনি মাৰ গ'ল গীতৰ ৰাগিণী
হিয়া ভেদি পৰিল চকুলো ॥
সেই পিনে ৰলো থৰ হই প্ৰাণত আকুল ভাব লৈ
কেনি যাওঁ কি কৰো উপায় ।
সুবিশাল সিন্ধুৰ তীৰত আজি এই ঘোৰ বিপদত
নাই মোৰ সঙ্গী কেও নাই ॥
ক'লে কোনে সুদূৰৰ পৰা "হে মানৱ মোহ নিদ্ৰা এৰা
শুবৰ সময় আৰু নাই ।
চোৱা সৌ সুখৰ সূৰুয সাগৰৰ বুকে দিলে বুৰ
আহি পালে সন্ধিয়া সময় ॥"
শুনি সেই সুমধুৰ মাত হিয়া মোৰ পৰি গ'ল শাঁত
চমক ভাগিল নিমিষতে ।
সপোন কেনিবা আঁতৰিল আকাশত তৰা জিলিকিল
বহি ৰ'লোঁ সাগৰ পাৰতে ॥

---

# টিপামৰ ডেকা

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

[ একাধাৰে কবি, গৱেষক, বুৰঞ্জীবিদ, সাহিত্যিক ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা দেৱৰ নাম নুশুনা অসমীয়াৰ সংখ্যা তেনেই তাকৰ। অসমীয়া সাহিত্যৰ এখেত এটি ভোটা-তৰা স্বৰূপ। এখেতৰ পুৰঠ আৰু গৱেষণাপূৰ্ণ ৰচনাৱলীয়ে অসমীয়া সাহিত্যক বহুতোখিনি চহকী কৰিছে। অসমীয়া সাহিত্যক্ষেত্ৰত এখেত 'ভানুনন্দন' নামে জনাজাত। ভূঞা দেৱৰ "নিৰ্ম্মালি" পুথিখন অতি ওখ ধৰণৰ কাব্য। এই পুথিখনিৰ উপৰিও এখেতৰ সম্পাদনাত গুৱাহাটীৰ প্ৰত্নতত্ত্ব বিভাগৰ পৰা বহুতো বুৰঞ্জী পুথি ওলাইছে। ]

পৰাজি মোগল সেনা শৰাই ঘাটত
বলহু কাঁড়ীৰ লৰা টিপাম ডেকাই
ফুকতে অকলশৰে লোহিত পাৰত
নিলেহি এদিন ধৰি মোগল সেনাই।
লুকাই বাহৰ কৰি ৰামসিংহে সুখে
আছিল লগৰী লই দুৰণি গাৰ্ব্বত,
এনেতে সেনাই আনি ডেকাক সম্মুখে
টিপামৰ গোঙৰালি কৰিলে বেকত,—
সুধিলে সেনাৰ লেখ আহোম ৰজাৰ
ক'ত আছে কোন জন বৰুৱা ফুকন,
কিন্তু ই নকয় একো আগত আমাৰ,



ওৰে বাটে অনৰ্গল বকিছে মাথোন—
"আছে মোৰ সেনাপতি লাচিত ফুকন,
নকওঁ একোকে গ'লে যাব ই জীৱন।"
আদেশিলে ৰামসিংহে সেনা সমূহক—
'গাৱত চোৰাট মেলি মুষ্টিঘাত কৰি
হাৰাশাস্তি কৰ এই কাঁড়ী তনয়ক,
তেন্তে ই নিশ্চয় কব মৃত্যুক সুঁৱৰি।"
মোগল বুকুকে এই আজ্ঞা শিৰে লই
নিলে তেওঁক ধৰি বান্ধি ভোগালে যাতন,
সুধিলে সেনাৰ লেখ দেখুৱালে ভয়,—
দিব লাগে সমিধান নহলে মৰণ।
তথাপি নকয় তেওঁ সেনানীৰ লেখ
ফুকনে ৰণত কোৱা কৰ্ত্তব্য সুঁৱৰি
মৰোঁ মৰোঁ হ'ল প্ৰায় ভুগি নানা ক্লেশ,
তথাপি কৈছে তেওঁ মৃত্যুকো পাহৰি,—
"আছে মোৰ সেনাপতি লাচিত ফুকন,
নকওঁ একোকে গ'লে যাব ই জীৱন।"

# মুক্তি দূত

শ্ৰীনলিনীবালা দেৱী

[ অসমৰ কাব্য কাননত যি সকল মহিলা কৱিৰ সৈতে আমাৰ সাক্ষাত হৈছে, তাৰ ভিতৰত নলিনীবালা দেৱীও এগৰাকী। এই বিদুষী মহিলা কবি গৰাকীৰ কৱিতাত আমি এটা ৰহস্যবাদৰ সন্ধান পাওঁ। "নলিনীবালা দেৱী ধৰ্ম্মপ্ৰাণা হলেও, তেওঁৰ ভগৱত প্ৰেমৰ তন্ত্ৰীডালিৰ কঁপনি অতি সূক্ষ্ম আৰু তেওঁৰ কৱিতাত ভগৱানৰ মোহন মূৰ্ত্তিটি 'মিচ্‌টিচিজিম'ৰ মধুৰ কুঁৱলীৰ মাজেদি ৰিণিকি ৰিণিকি ওলাই পৰিছে।" এখেতে লিখা "সন্ধিয়াৰ সুৰ" "সপোনৰ সুৰ" অতি উচ্চ ধৰণৰ কৱিতা পুথি। এখেত অসমৰ বিখ্যাত দেশপ্ৰেমিক কৰ্ম্মবীৰ ৺নবীন চন্দ্ৰ বৰদলৈৰ দুহিতা। এখেতে সাহিত্যিক পেঞ্চন লাভ কৰিছে। ]

বিশ্ব খলকি আহিছে বাতৰি অভিনৱ অদ্‌ভূত
সত্য, সাম্য, প্ৰেমৰ দেৱতা আহিছে মুক্তি-দূত।
হেৰোৱা স্বত্ব বিচাৰা মানৱ জনমৰ অধিকাৰ
সাম্য, মৈত্ৰী, সত্য পথেৰে স্বাধীনতা আপোনাৰ।
যুগৰ আদিতে সৃজিলে বিধিয়ে মানুহ পূৰ্ণ কৰি,
দিলে জ্ঞান প্ৰেম পূৰ্ণ বিবেক হিয়াত শকতি ভৰি।



কোনো কৰিবনো বিশ্ব জগতত মানুহক পৰাভৱ
অজেয় শকতি পূৰ্ণ মানৱ সৃষ্টিৰ গৌৰৱ।
জীৱ প্ৰেম আৰু আত্মশক্তি অহিংসা সত্যবাণী
বৈকুণ্ঠ ভেদি মুকুতিৰ দূতে দিছেহি বাতৰি আনি
মানুহ স্বত্ব হৰিছে মানুহে পীড়িছে মানুহ প্ৰাণ
মানুহ হিয়াৰ দেৱতাৰ আজি সীমাহীন অপমান।
উৎপীড়নৰ নিঠুৰ যাতনা মানুহে নোৱাৰে স'ব
মানুহে সজা অন্যায় নীতি মানুহে নোৱাৰে ব'ব।
মানুহ প্ৰাণৰ আকুল মিনতি সপ্ত সৰগ ভেদি
কোন ত্ৰিদিবৰ আসন কঁপাই দিলেহি, সংসাৰ ছেদি।
বিবেক সাগৰ খলকি বাজিছে "গীতা" সাম্য ভেৰী
মানুহ দেৱতা চিনাহে মানুহ মিছাৰ জড়তা এৰি।
মৰ্ম্মহীন যত অলীকতা এৰি ধৰা অভিনৱ পথ,
নঙঠা ফকীৰে তিয়াগ তপেৰে শিকালে অমৰ ব্ৰত।
ভাৰতৰ আজি মিলন ফলত বাজে দুন্দুভি ধ্বনি
বৈকুণ্ঠৰ পৰা মুকুতি দূতে আনিছে মুকুতি বাণী॥

---

# পূজা আয়োজন

৺গণেশচন্দ্ৰ গগৈ

[ ৺গণেশচন্দ্ৰ গগৈ, অসমৰ কাব্য-আকাশৰ এটি উজ্জ্বল তৰা আছিল। কিন্তু দুৰ্ভাগ্যবশতঃ অতি কম বয়সতে মহাকালৰ গৰ্ভত তেওঁ লীন হৈ গ'ল। তথাপি এই কম বয়সৰ ভিতৰতে তেওঁ যি কেইটা কবিতা লিখি থৈ গ'ল তাৰ ভিতৰত তেওঁৰ এটা বৈশিষ্ট্য ফুটি উঠিছে। "পাপৰি" নামৰ তেওঁৰ কবিতা-পুথি খনিয়ে তেওঁৰ সুক্ষ্ম কবিত্ব শক্তিৰ পৰিচয় দিছে। নাট্যকাৰ হিচাপেও তেওঁৰ প্ৰতিভা আমি দেখা পাওঁ। "শকুনিৰ প্ৰতিশোধ" আদি নাটকতো তেওঁৰ নাট্য প্ৰতিভা পৰিস্ফুট হৈ উঠিছে। ৺গণেশচন্দ্ৰ গগৈৰ কাব্য বাস্তৱ-বাদৰ ৰঙেৰে বোলোৱা। ৺গগৈ ডাঙৰীয়াই অসমীয়া কীট্‌স আখ্যা পাইছে। ]

নাৱৰীয়া! আজি ৰাতি    কলঙৰ কাষে কাষে
নাৱেৰে আহিব মোৰ লখিমী উজাই;
নাৱৰ টিঙত তোৰ    ঘিউ চাকি এটি থৈ
শুকুলা পালেৰে নাও ৰাখিবি সজাই।
শলিতাৰ শিখা দেখি    লখিমী চাপিব কাষ
'আই" বুলি মাত দিবি মৰমী মাতত;
লখিমী জননী মোৰ    চেনেহতে ভোল গই
বান্ধিবহি নিজা নাও কলঙ ঘাটত।
নাৱৰীয়া! আজি ৰাতি    দুবৰি দলিচা পাতি
পাৰৰ বিৰিখে গাব আৱাহনী সুৰ,
আকাশে সজাব দীপ    বতাহে জ্বলাব ধূপ
গীত-গন্ধে পূজা-বেদী হ'ব ভৰপূৰ।



লখিমী পৰশ পালে    কলঙৰ ঘাটে-বাটে
অসমৰ শাপ-ভ্ৰষ্টা অমৰ বালাই,
বাগ্দেবীৰ বীণা লই    নিজম অসম-পুৰী
কবিতাৰ ঝঙ্কাৰেৰে তুলিব কঁপাই।
বিশ্ব-বিমোহিনী মোৰ    লখিমীৰ ৰূপ-ছবি
নাই দেখা নাৱৰীয়া বহুদিন হ'ল,
নাই শুনা জননীৰ    চৰণ-কমল ধ্বনি
কত যুগ আহি আহি কত যুগ গ'ল!
পৰিছিল এটি জ্যোতি    জীয়া তেজ দেখি দেখি
জেৰেঙাত জুহি যোৱা মানৱী জয়াৰ,
উজ্বলি উজ্বলি সিও    মাৰ গ'ল নাৱৰীয়া
বিজুলী ছাটিৰ দৰে আজলী হিয়াৰ।
আজি সেই জননীয়ে    করুণাময়ীৰ বেশে
হেঙুলীয়া ব'ঠা লই লৱনু হাতত,
শোকত মলঙি থকা    সন্তানৰ মুখ দেখি
নিজে আহি থিত্ দিব কলঙ ঘাটত।
নাৱৰীয়া! আজি তোৰ    দেৱী দৰশন দিন
আজি ৰাতি জননীৰ শুভ আগমন
লুইতৰ আশে-পাশে    কলঙৰ কাষে কাষে
কৰ আজি লখিমীৰ পূজা-আয়োজন।

# লুইতৰ বালি

শ্ৰীশৈলধৰ ৰাজখোৱা

[অসমীয়া কাব্য জগতৰ আধুনিক কবিসকলৰ ভিতৰত ৰাজখোৱা দেৱৰ নাম জাকত জিলিকা। ৰাজখোৱা দেৱৰ কাব্যত ভাব আৰু ভাষাৰ অপূৰ্ব্ব সংমিশ্ৰণ ঘটিছে। ডক্তৰ সূৰ্য্যকুমাৰ ভূঞা দেৱৰ ভাষাত "কবিৰ অনুভূতি যে তীব্ৰ আৰু ঐকান্তিক তেখেতৰ চেষ্টা বিহীন সহজ ভাষাৰ পৰা তাৰ প্ৰমাণ পোৱা গৈছে। ............ ৰাজখোৱা দেৱৰ কবিতাৰ ভাষা নিজৰাৰ পানীৰ দৰে অবাৰিত লয়লাস গতিৰে চলিছে"। ৰাজখোৱা দেৱৰ 'নিজৰা' এখন বাছকবনিয়া কবিতাৰ পুথি।]

ৰূপত ভুলালি মন লুইতৰ বগাবালি
পিয়াহত প্ৰাণ ফাটি যায়;
জিলিকনি দেখি তোৰ আশাত বলিয়া মন
ল'লো আহি কাষৰত ঠাই।
মুকলিমূৰীয়া তই মনোমোহা সাজপাৰ
চিকিমিকি ৰূপালি ৰহণ,
তাতেই বিভোল হই কাষ চাপি আহি তোৰ
খন্তেকতে ভাগিল সপোন।
জিলিকনি বিনে বালি একোকে নাপওঁ তোৰ
খোজে পতি ভাগি যায় পাৰ;
নেদেখো শীতল ছঁয়া, তেনেই নিৰস তই
ৰূপ তোৰ নিচেই অসাৰ।



ৰেলিৰ তাপত বালি ইমান প্ৰকোপ তোৰ
ডেইপুৰি দহিলি শৰীৰ!
সহিব পাৰিছোঁ মই দুপৰৰ চোকা ৰ'দ
তোৰ ৰূপে কৰিলে অথিৰ।
বিচাৰো শীতল পানী দেখুৱালি মৰীচিকা
যাওঁ মানে আঁতৰি পলায়;
খোজেপতি বাধা দিলি নোৱাৰোঁ উধাব আৰু
প্ৰাণ মোৰ কৰে হায় হায়!
নিজৰ ৰূপতে বালি নিজেই পাগল হলি
নুবুজিলি কি আছে প্ৰাণত;
অন্তৰ সলিলা তই স্বভাৱ সুন্দৰী অই!
সেই কথা ৰাখিবি মনত।
শীতল নিজৰা খনি জনমৰ ঠাই তোৰ
হিয়া তোৰ স্বভাৱ কোমল;
বেলিৰ-সঙ্গত পৰি বাহিৰে কঠুৱা তই
ভিতৰত তেনেই শীতল।
আহে যদি বাটৰুৱা দেখুৱাবি হিয়া ফালি
অন্তৰৰ চেনেহ নিজৰা,
বাৰিষাৰ ধল আহি ধুই নিলে ৰূপ তোৰ
সুৰ্ব্বৰিব নিলগৰ পৰা।

---

# মৰম

## শ্রীডিম্বেশ্বৰ নেওগ

[ 'মালিকা', 'আকুল পথিক', সঁফুৰা', খুপি তৰা', 'ইন্দ্ৰধনু' আদি পুথিৰ ৰচক শ্রীযুত নেওগ ডাঙৰীয়াই আজি বহু দিনৰে পৰা একাগ্ৰ-গতীয়া কৈ অসমীয়া সাহিত্য সেৱাত লাগি আছে । তেখেতে অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচনা কৰিও সুনাম আৰ্জ্জিছে । তেখেতৰ কবিতা-বোৰৰ ভাব ওখ কিন্তু ভাষা নিমজ । ]

মৰমৰ কাৰণেই অখিল জগত,
নীলাকাশ মৰমেৰে ঢকা ;
জোন বেলি অগণন তৰাৰ ৰূপেৰে
মৰমৰ ছবি আছে আঁকা !
মৰম মন্ত্ৰত ভোল বনৰ বিহগ,
সৰে বুজে মৰমৰ ধাৰ ;
মইনা চৰাইটিয়ে মইনা মাতেৰে
কাঢ়ি নিয়ে আবেগ হিয়াৰ ।
কঠুৱা শিলত পমে মৰম মুখত,
মৰমত সকলোটি ভোল ;
মানুহে কিয়নো তেনে নুবুজে অকণো
মানুহৰ মৰমৰ মোল !

— —

# মাধৈ-মালতী

## শ্রীআনন্দচন্দ্ৰ বৰুৱা

[ হিয়াৰ অতি কোমল অনুভূতিবোৰক ছন্দত বন্দী কৰি, সাধাৰণ বস্তুবোৰতো কাব্য-ৰসৰ সন্ধান লৈ এখেতে নৱৰসৰ সৃষ্টি কৰিব পাৰে । কবিতা সঙ্কলন 'পৰাগ' আৰু নাটক "বিজয়া"—"সীতা" আদি অসমীয়া সাহিত্যলৈ এখেতৰ আপুৰুগীয়া দান । ]

মাধৈ মালতি ! মাধৈ মালতি ! আলৈ-আথানি তোৰ
হাবিতে লুকাই, হাবিতে শুকাই, হাবিতে পৰিছ ওৰ ।
পাৰশ্য দেশৰ গোলাপ-কুৱঁৰী ফুলনি মাদৈ হ'ল
সেই দুখতেনে বোহপাতি তোৰ বুলনি উৰলি গ'ল ?
কুঞ্জ লতাই চেনেহকে পাই সাজিলে চিকোণ দ'ল
সেই শোকতেনে তোৰ বাৰু হেৰ, চিৰ বনবাস হ'ল ?
এতিয়াহে তই এলাগী কুৱঁৰী বনতে লৈছ বাসা ;
'ফাগুন আহিব' বুলি দেখোঁ তোৰ বুকুত অপাৰ আশা ?
ইমান টেঙৰী মাধৈ-মালতী, হলিনো কেতিয়া তই
ফুলনি সোমাই তলতীয়া হবি তাবো যে কৰিছ ভয় ।
মাধৈ-মালতি ! মাধৈ-মালতি ! মুকলি মূৰীয়া হৈ
তয়েহে সঁচাই বসন্ত সেনাক ৰাখিছ অধীন কৈ !
তই নাথাকিলে মৌ গুটিবোৰে বুধিনো সুধিব কাক ?
মাধৈ-মালতি ! মাধৈ-মালতি ! আমোল মোলাই থাক
হাবিৰ মাধুৰী হাবিতে বিলাবি, তই যে হাবিৰ মাক ।

# হৰি জোৰাঁই

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

[ বুৰঞ্জীমূলক ঘটনাৱলী কৱিতাত ৰূপ দিয়াত এখেত সিদ্ধহস্ত; কৱিতা সঙ্কলন "শঙ্খধ্বনি" আৰু "প্ৰতিধ্বনি"য়েই সমধিক প্ৰসিদ্ধ। গল্প পুথি "ৰাজস্থানৰ গল্প"ও এখেতৰ এখনি পঢ়ি সুখলগা কিতাপ। ]

সোমাৰ ভূপৰ জয়!

বন্দীশালৰ দুৱাৰ মুখত ৰজাৰ দূতে কয়

সোমাৰ ভূপৰ জয়!

ধ্বনি শুনি দুৱাৰ মেলি আহিল বন্দীপাল,
সাজু সদা ৰাজ বিষয়া, হাতত তৰোৱাল।
আদেশ-পত্ৰ স্বৰ্গদেৱৰ নিলে নমাই শিৰ,
লিখা আছে "মুক্ত মাধৱ হৰিৰ মৃত্যু থিৰ"।
ৰজাৰ চিকাৰ নষ্ট কৰি আছিল বন্দী মাধৱ হৰি,
ৰাজ বিচাৰৰ আহিল ৰায় মাধৱদেৱে মুক্তি পায়
জীৱন মৃত্যু সন্ন্যাসীৰ একো ভিন্ন নাই।
উপযোগী মৃত্যু দণ্ড হৰি গৃহস্থৰ
ৰাজ বিচাৰত সেয়ে হ'ল ৰায় গুৰুতৰ
লঙ্ঘে কোনে স্বৰ্গদেৱৰ আদেশ ভয়ঙ্কৰ,
সোণৰ ৰূপৰ মুখৰ কথা কোনে কৰে লৰ।
মুক্তি দিলে বন্দী পালে মাধৱ দেৱক গই
হৰিক নিলে কটোৱালে বধ্য-ভূমি লই।



আঠুকাঢ়ি ভক্ত হৰি চিন্তে ৰাম নাম
তুচ্ছ কৰি মৃত্যুশঙ্কা জানি বিধিবাম।
খান্দা তুলি সাজু ঘাটক আদেশ মাথো চাই
বেজাৰ মনে ভাবে মাধৱ কি বিপৰীত হায়!
থৰ লাগি আছে চাই চকুৰ পানী বয়
শোকে দহে তথাপিতো মাধৱদেৱে কয়—
"মাধৱৰ ফৰমান নোহে বান্ধ জানা আন
যাৱত পৰাণ ৰয় কৰা ৰাম নাম গান।"
ভক্ত হৰি শেষৰ সমল লয় হৰিৰ নাম
চিন্তে মাথো পৰম পিতাৰ মোক্ষ মধুৰ ধাম।
চিকি-মিকি খান্দা উঠি কাটে হৰিৰ শিৰ
পৰে যেন স্বৰ্গ ভাগি মুক্ত মাধৱ থিৰ।
আচৰিত বিপৰীত কিনো হিয়াৰ নাম
তেজৰ মাজত কটা মূৰে বোলে ৰাম ৰাম।

---

# শ্ৰীৰামচন্দ্ৰ আৰু গুহক চণ্ডাল

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

[ কনৌজ কুৱঁৰী, নন্দদুলাল, শ্ৰীৰামচন্দ্ৰ, নৰকাসুৰ, বণিজ কোৱঁৰ আদি নাটক লিখোঁতা হাজৰিকাদেৱক নজনা মানুহ কম। কবি হিচাপেও তেখেতৰ সুনাম আছে। "পাঞ্চজন্য", "দীপালী" আদি তেখেতৰ পঢ়িবলগীয়া কৱিতাৰ পুথি। ]

গুহক ঃ দেৱতা! দেৱতা!! কিবা ভাগ্য, কিবা পুণ্যে
এই গুহকৰ আচম্বিতে দিলা দৰিশন। ( সেৱা কৰে )

ৰাম : উঠা ভাই, দেৱতা নহওঁ আমি।

গুহক : সঁচাকৈয়ে নোহোৱা দেৱতা?
তেন্তে কোন? ইমান ধুনীয়া—ইমান সুন্দৰ!

ৰাম : তোমাৰ নিচিনা আমি মনুষ্য সন্তান
ভ্ৰাতৃভাৱে-বন্ধুভাৱে কৰা সম্ভাষণ।

গুহক : ভ্ৰাতৃ বুলি-বন্ধু বুলি, তুমি আহি সম্ভাষিছা যাক
কোন আমি জানা জানো কিবা পৰিচয়?
অস্পৃশ্যৰ ৰজা মই গুহক চণ্ডাল
অতি হীন আমি ৰাতি দিনে
সমাজৰ গৰিহণা খাওঁ।

ৰাম : হে গুহক! মনুষ্য সন্তান তুমি—জীৱশ্ৰেষ্ঠ নৰ দেহধাৰী
স্বৰূপতে তুমিয়েই নৰনাৰায়ণ।
আহা ভাই নকৰা সঙ্কোচ
দিয়া মোক স্নেহ আলিঙ্গন।

গুহক : কাৰ স্পৰ্শ ইমান শীতল?
তাপিত দেহত মোৰ কোনে আহি লেপি দিলে
সুগন্ধি চন্দন? কাৰ দয়া কাৰ করুণাত
সঞ্জীৱিত হ'ল মোৰ দেহ মন প্ৰাণ?
হে সুন্দৰ কৃপা কৰি দিয়া পৰিচয়।

ৰাম : মই ৰাম—দশৰথ ৰজাৰ তনয়
সীতা দেৱী অৰ্দ্ধাঙ্গিনী মোৰ—আৰু ভাতৃ স্নেহৰ লক্ষ্মণ
পিতৃ সত্য পালনৰ হেতু তিনি জনে অৰণ্য নিবাসী।
হে গুহক, আজি আমি অতিথি তোমাৰ।



গুহক : তুমি—তুমিয়েই সেই ৰামচন্দ্ৰ
তুমি হেৰা, অনুজ লক্ষ্মণ
আৰু তুমি জানকী জননী
আজীৱনে যাৰ নাম মুক্তিৰ কৱচ
জপে কৰি আছোঁ ধ্যান?
তিনিজনে একে লগে মোহন অতিথি
ৰূপে চণ্ডালৰ জীৱনত দেখা দিলা যদি
হিয়াৰ বেদীত মোৰ থাপনা সজাই
পূজিম নিশ্চয়।

লক্ষ্মণ : হে গুহক!
সউ চোৱা আকাশৰ দীপ্ত আননত
আঁকি দিলে সূৰ্য্য দেৱে ৰক্ত ললাটিকা
সম্মুখত জাহ্নবীৰ তৰঙ্গ কল্লোল
সিপাৰত ভৰদ্বাজ মুনিৰ আশ্ৰম
পাৰ কৰি দিয়া সোনকালে
আশ্ৰমৰ মাজৰ বাটেদি যাওঁ আমি বহু দূৰলৈ।

ৰাম : আহাঁ তেন্তে ভাই, ৰাঘৱৰ বুকুৰ বান্ধৈ
পাৰি দিওঁ আমি সবে জাহ্নবীৰ
বিশাল বুকুত।

গুহক : বন্ধুতো নোহোৱা তুমি—তুমি মোৰ আৰাধ্য দেৱতা।
তোমাৰ কৃপাতে আজি মুকুতি অমিয়া
লভি ভাগ্যবান হ'ল এই গুহক চণ্ডাল।

অস্পৃশ্য চণ্ডাল হই, জন্মে জন্মে যেন মই
জন্মো পৃথিৱীত আৰু এনেদৰে, – ইমান সহজে---
অতি সোনকালে মিলে যেন দেৱতাৰ
প্ৰীতি আলিঙ্গন।
এজনেই তিনিমূৰ্ত্তি হই—দেখা দিছা মহাপ্ৰভু মোৰ।
আৰুউ এবাৰ গুহকৰ ভক্তি ভৰা লোৱা প্ৰণিপাত
( সষ্টাঙ্গে সেৱা কৰে )

ৰাম ঃ উঠা বন্ধু! লোৱা আশীৰ্ব্বাদ। জানিবা ধ্ৰুৱৰূপ—
কেতিয়াও ভগবানে ভকতৰ উচ্চ নীচ নকৰে বিচাৰ
মহা ভক্তে তোমাৰ নিচিনা
যেতিয়াই ঈশ্বৰৰ চিনিব স্বৰূপ
তেতিয়াই কৰে লাভ মুক্তিৰ অমিয়া
আহাঁ এবে যাওঁ নাৱলৈ।

---

# পখিলা

শ্ৰীদেৱকান্ত বৰুৱা

ভূতপূৰ্ব্ব' অসমীয়াৰ সম্পাদক বৰুৱা ডাঙৰীয়াৰ কৱিতাবোৰ সাধাৰণতে ডেকা-ডেকেৰীৰ কাৰণেহে যুগুত। যি কেইটা কম বয়সীয়া লৰা-ছোৱালীৰ বাবে লেখা তাৰ ভিতৰত 'পখিলা' এটি অনুপম কৱিতা। এখেতৰ 'সাগৰ দেখিছা' বোলা কৱিতা সঙ্কলন থনে অসমীয়া সাহিত্যত নতুন সোঁত বোৱাইছে। ]

পখিলি! অ' পখিলি! সোণালি ৰেণুৰে তোৰ
অকণি প্ৰাণত মোৰ ৰঙ সানিলি।



ফুলে ফুলে শুনো তোৰ আদৰাণ মিঠা সুৰ,
পাতে পাতে কঁপ যায় উলাহৰ ৰাগী;
তাৰে সুৰ হেৰা পাই নাচে বীণ খনি বাই
বাণ বৰাগী!

এই দেখোঁ এই নাই, নুমাই জ্বলিছে হায়
বৰনিৰ আঁৰে আঁৰে ৰূপৰ জেউতি,
তাৰেই পৰশ পাই চকু মেলে সাৰ পাই
শেৱালি সেউতী।

হেৰ ফুলনিৰ কবি! মায়া ফুলনিৰ ছবি
চকা-মকা—তই বাৰু ক'ত দেখিলি!
সপোনৰ কোন ফুল চাই তই গলি ভোল
হিয়া সঁপিলি।

অপৰূপ মনোলোভা, তই পৃথিৱীৰ শোভা
হাঁহি মুখ অকণৰ নিচেই আপোন
তথাপিও একোবাৰ সৌৰৱণি অমৰাৰ
আনি কৰ দিঠকক সোণৰ সপোন।

---

# আৱাহন

শ্ৰীনীলমণি ফুকন ।

[ শ্ৰীযুত নীলমণি ফুকনৰ বহুমুখী প্ৰতিভা, বিশেষকৈ ৰাজনীতি আৰু কবিতাৰ মাজেদি আত্মপ্ৰকাশ কৰিছে । লিখকৰ ‘জ্যোতিকণা’ সাহিত্য মন্দিৰৰ পূজাৰ বেদীত যি এগছি প্ৰদীপ, সেইদৰে ‘সাহিত্য-কলাও’ পৱিত্ৰ অন্তৰৰ এটি অৰ্ঘ্য । এখেতে কিছুদিন আগলৈকে চলি থকা “দৈনিক বাতৰি” কাকতৰ সম্পাদকৰূপে থাকিও নিজৰ প্ৰতিভাৰ পৰিচয় দিছিল । ]

শৰৎ কালৰ সেউজীয়া সাজ
নৱ পত্ৰিকাৰে বিভূষিতা ;
সিংহ বিক্ৰমেৰে অসুৰ-শক্তি
দমন কৰিছা অ-পৰাজিতা ।
মহাশক্তি তুমি কিদৰে তোমাক
কৰোঁ আমন্ত্ৰণ আৱাহন ;
আত্ম-বলিদান দিব নোৱাৰিলে
নহয় তোমাৰ শক্তি বোধন ।
অভয়া বৰদা ! দূৰ কৰা ভয়
অইন বৰ একো নিবিচাৰোঁ ;
সন্ধিক্ষণ বুজি কৰা শক্তিদান
মুক্তিৰ পথত যেন নাভাগৰো ।

---

# মই ইয়াৰে সাধক

শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা ।

[ এখেতৰ “কাৰেঙৰ লিগিৰী” আৰু “শোণিত কুৱঁৰী” নাট দুখন অসমীয়া সাহিত্যলৈ আপুকগীয়া দান । কবিতাবোৰৰ সঙ্কলন এতিয়া-লৈকে প্ৰকাশ হোৱা নাই, মাহেকীয়া পৰেকীয়া আদিত সিচৰতি হৈ আছে । অসমীয়া সঙ্গীত জগততো এখেতে এক নতুন সোঁত বোৱাই নিজৰ আসন সুপ্ৰতিষ্ঠিত কৰিছে । ]

সৰল শিশুৰ প্ৰাণ, কৰা প্ৰভু, কৰা দান, গুচাই পাপক
কপটতা কৰা দূৰ, হিংসা-দ্বেষ কৰা চুৰ, অন্তৰ পৱিত্ৰ কৰা
সৰলতা শিকোৱা বিশ্বক ।

নিস্বাৰ্থ প্ৰেমিক প্ৰাণ, দিয়া প্ৰভু দিয়া দান, মিনতি তোমাক
হৃদয় বিমান মোৰ, স্বাৰ্থতে অন্ধলা ঘোৰ, পাৰোঁ যেন সাৱটিব
সুন্দৰ বিশ্বক ।

ধৰি কৰ্ম্মৰ কঠোৰ ব্ৰত, উপেক্ষি বিঘিনি শত, (যেন) বিচাৰো লক্ষ্যক
ত্যাগৰ অগ্নিত পুৰি, সাধনাৰ বন্তি ধৰি, সম্বোধিব পাৰো যেন
কৰ্ম্মী জগতক ।

সত্যত আশ্ৰয় থাপি, গোটেই জীৱন ব্যাপি, বিশ্বৰ সেৱক,
দয়া ক্ষমা ভক্তি লৈ, বিশ্বাসী পৱিত্ৰ হৈ, হওঁ যেন প্ৰভু মই
নিস্কামী সাধক ।

হৃদয়ৰ পথে ধৰি, অশেষ ভকতি কৰি, বিশ্বৰ স্ৰজক
সকলো মানবে আজি একেটি সুৰতে বাজি মৰমৰ পৃথিৱীতে
স্বৰগ থাপক ।
মই ইয়াৰে সাধক—প্ৰভু ! ইয়াৰে সাধক ।

---

## মই অসমীয়া

চৈয়দ আব্দুল মালিক

এখেত এজন উঠি অহা কবি । কিন্তু কাব্য-জগততে মাথো এওঁৰ প্ৰতিভা বিকাশ লাভ কৰা নাই, বৰ্ত্তমান অসমৰ চুটি গল্প লেখক সকলৰ ভিতৰতো এওঁ নিঃসন্দেহে এখনি শ্ৰেষ্ঠ আসন লাভ কৰিব পাৰিছে । "পৰশমণি" আৰু "আলহী ঘৰ" বোলা দুখন পুথিয়ে এখেতৰ সুনাম সুপ্ৰতিষ্ঠিত কৰিছে ।

সুদূৰ পশ্চিম এৰি, এৰি থৈ স্বৰ্ণপুৰী ৰাজ অন্তঃপুৰ,
বিজয়ৰ সপোন দেখি আহিলো যিদিনা—
উজনি সোঁতত মেলি ভটীয়নি ভুৰ ;
বিজয়ৰ তৃষা লৈ, গৌৰৱৰ কৰি অভিযান,
লুইতৰ পাৰত গালোঁ দীপ্ত উচ্ছ্বাসত,
আপোনাৰ বিজয়ৰ গান ;



যিদিনা নামিলো আহি অসমৰ সমৰ থলীত
মিনাকৰা বনৰ বুকুত,
অসমৰ হেংদান জিলিকিল দুপৰৰ পূৰ্ণ আলোকত !
পুৰুষ-তিৰোতা আহি স্বদেশৰ স্বাধীনতা হেতু
থিয় দিলে ৰণ-প্ৰাঙ্গণত ।
ৰণ-চণ্ডী মূৰ্ত্তি ধৰি স্বাধীন পুৰুষ নাৰী
বুকু পাতি নামিল ৰণত !
ক'তনো লুকাল ৰল ৰাজপুত জয়ী মোগলৰ সবল বাহুৰ
অসমৰ সমৰ থলীত,
ক'ৰ অত পালে বল অসমৰ সেনানীয়ে
শুকান সান্দহ আৰু পানী আঁজলিত !
বিজয়ী অসমে গালে আপোনাৰ স্বাধীনতা গান
বিজয়ৰ গৌৰৱ আৰতি,
মোগলে এবাৰ পালে, শকাতৰ নৰ পৰিচয় !
দেশ-প্ৰাণ-মুক্ত-প্ৰাণ আহোমৰ স্বদেশ ভকতি ।
মোগলে উভতি চালে—
এয়েই অসম ঃ চৌদিশে ধুসৰ পাহাৰ,
প্ৰতিটো বনৰ পাত জাংফাই মিনাকৰা ৰূপ জাতিস্কাৰ !
দুবৰিৰ পাতে পাতে মুকুতাৰ থোপা, গচকত ভাগে 'মৰকত',
হাতী দাঁতেৰে কৰে খৰমৰ চুলা,
ভাৰি ধোৱে পোৱালৰ ভৰা দলঙত !

বাঘ নখ পিন্ধে খাৰু, ভবিৰ আঙ ঠ ; মহ শিং পেপাটি বজায়
হাঁহকণী চাউলেৰে অসমৰ স্বৰ্গদেৱক দেউল সজায় ;

নদীৰ বালিত ভৰা সোণ চেকুৰীয়া, গুৰি হয় গচকত ভাগি.
পুথিয়ে কাণত পিন্ধে সোণৰ থুৰীয়া
ভেকুলীয়ে ফোঁট লয় সজায় সুৰাগী ;
নিষ্কৰ্ম্মা ধোদৰ দলে বান্ধে বাজ আলি
দ'ল সাজে ঢালি পিঠা গুৰি,
বাৰীত 'সাগৰ' খানি, ৰচে বননিত,

ৰংঘৰ কাৰেঙৰ দীপ্ত স্বৰ্গপুৰী ।
মোহ গ'ল দুৰ্বণিৰ বিদেশী মোগল,
অসমত যোতিয়া দেখিলে, স্বৰগৰ ৰূপ বিনন্দীয়া,
অসমত বন্দী হল অসমৰ ৰূপ মুগ্ধ,
দূৰৰ মোগল আহি হ'ল অসমীয়া ।
আহোম আমাৰ ৰজা, সেই দিন ধৰি, মোৰ দেশ এই কামৰূপ ;
সেই দিন ধাৰ মই, অসমৰ অসমীয়া,

জ্বলি ইয়াতেই শেষ হয় জীৱনৰ ধূপ !
অসমৰ হকে যুজি অসমৰ হকে মৰোঁ
ধৰ্ম্ম মোৰ জাতি মোৰ অসমীয়া প্ৰাণৰ আপোন
বিকশি উঠিল মোৰ অসমৰ বননিতে
নন্দনৰ বিনন্দীয়া সুখৰ সপোন ।



অসমীয়া ভাষা মোৰ, কথা মোৰ গীত মোৰ
অসমৰ প্ৰকৃতিয়ে ৰচা,
বিহগ কিন্নৰ য'ত শুনিলে নীৰৱ হয়
অসমীয়া গীত মোৰ হৃদয় ওপচা ।
জীৱনে মৰণে মই চিৰ দিন অসমীয়া,
অসমীয়া দেহে প্ৰাণ-মন,
জীয়াই থাকোতে মই অসমৰে অসমীয়া
মৰিলেও বৰি লম—অসমৰ অমিয়া মৰণ ।

---

# চেকেন্দ্ৰা

মোঃ এম্ ইব্ৰাহীম আলি ।

[ এখেতৰ কবিতাবোৰ সিচৰতি হৈ আছে—মাহেকীয়া, পষেকীয়া আলোচনীবোৰত । তাৰে কেটামান একেলগ কৰি চাহাৰা' বোলা সঙ্কলন খন প্ৰকাশ কৰা হৈছে । গল্প, প্ৰবন্ধটো এখেতৰ হাত আছে । "ভৈয়ামৰ নাগিনী" বোলা উপন্যাস এখনো ধাৰাবাহিক ৰূপে বাহীত ওলাইছিল । ]

মুছাফিৰ !
তুমিও টুকিছা আজি বেদনাৰ নীৰ ?
চাই লোৱা—চাই যোৱা—
ইয়াতে লুকাই আছে—
শত-শতাব্দীৰ

সোণালী সপোন দেখি
জাগি উঠা আতমাৰ
পৰাণ পৰশা সুৰ—
শেষ আৰতিৰ।
ইয়াতে লুকাই আছে এখনি উদাৰ হিয়া
একেযুবি করুণ নয়ন
সৃষ্টিৰ পোহৰ দেখি
ভাৰতৰ মৃত কল্পনাক
সঞ্জীৱনী দিয়া।
আৰু—
ইয়াতে নোহোৱা হল
ৰাজপুত মোগল-পাঠান
মাৰাঠা গাক্কাৰ জাঠ
ভাৰতৰ হিন্দু-মুছলমান
মিলন অমিয় সনা
অভিনৱ বিজয়ৰ গান।
পাষাণে ৰাখিছে তাক
আজি হায় কৰি নিষ্প্ৰাণ!
নিৰ্ম্মম পাষাণ!
পাৰিবিনে চিৰদিন
কৰি ম্ৰিয়মান?



আৰৱি ৰাখিব এই
সঞ্জীৱিত সাধনাক
সুৰৰ বিপুল ৰোল
মহা গৰীয়ান।
এদিন উঠিব ঢৌ মহাসাগৰত
প্ৰলয়ৰ তাণ্ডৱ নৰ্ত্তন
বিদ্ৰোহ ৰুদ্ৰ অভিযান
সেইদিনা কঁপিব মেদিনী
আচ্মানত উঠিব 'তুফান'
গৌৰৱৰ অভ্ৰ ভেদি বিজয়ৰ গান
বৈ যাব ভাৰতৰ বিশাল বুকুত।
কৰি মহা কোলাহল
হিমাদ্ৰি নোৱাব শিৰ
নিব উটুৱাই এই
ৰুদ্ধ-কাৰাৰ
অপমান অপযশ
অভিশাপ পাষাণ প্ৰাচীৰ!
পুলকত সজাগি উঠিব
কোটি কোটি লাঞ্ছিত যৌৱন
শিৰে শিৰে হেন্দোলি উঠিব
অবাৰিত মুক্তি শিহৰণ
উশাহে উশাহে বৰ জ্বলন্ত অগনি

কাল ভাৰতত বাজিব মেদিনী কঁপা
প্ৰচণ্ড হুঙ্কাৰ—
বজ্ৰ ঢেৰেকনি ।
সৃষ্টি হব নৱ ইতিহাস—নব ভাৰতৰ—
সেই—সেইদিনা—
হবনে সজীৱ তব
আজিৰ নীৰৱ এই
কবৰে আৱৰি ৰথা
সৰ্ব্বজয়ী শ্ৰেষ্ঠ সপোনৰ
"দিল্লীশ্বৰো বা জগদীশ্বৰো"
হে সম্ৰাট্‌ মহান আকবৰ !

---

# শব্দাৰ্থ আৰু আহি প্ৰশ্নাৱলী

## ভদৰী

টোকা :—গেৰেহা—পানীত তিতা হেতু জুই নলগা (খৰি বা কাঠ); গাফিলি—আওহেলা, অমনোযোগ; বুৱলি—হাল বোৱাত এহাল গৰুৰ ডিঙিত দি তুইকো লগ লগোৱা কাঠ; নৈৰ বা বিলৰ পানী বামেৰে লগ লগা ঠাই। জমদগ্নি-শিগুৰাম—পৰশুৰামৰ পিতা জমদগ্নি মুনিৰ দৰে খঙাল শিগুৰাম। বেলেগতীয়া—বেলেগ হোৱা; একেলগে নথকা, আতৰ সম্বন্ধীয়া, তুমৰলি—তেজেৰে ৰঙা হোৱা, তেজতে পোত যোৱা।

প্ৰশ্ন :—১। 'ভদৰী' গল্পটো চমুকৈ লিখা। ২। ভদৰীৰ চৰিত্ৰত অসমীয়া গাৱঁলীয়া তিৰোতাৰ যি ছবি এখনি ফুটি উঠিছে তাক চমুকৈ বৰ্ণোৱা। ৩। ভদৰীয়ে কিয় আৰু কেতিয়া তলত লিখা কথাষাৰ কৈছিল ?—'মাছ বাছিবলৈ যাওঁতে উজুটি খাই পাতি থোৱা মৈদাত পৰি বেটি গোলামীৰ গা কাটিছে।'

## অসমীয়াৰ বিহু কি ?

টোকা :—বাপতি-সাহন—পৈতৃক বা বোপা-ককাৰ দিনৰ সম্পত্তি। বিৰিণা—এবিধ বন। নৰা—দাই নিয়া ধানৰ মূঢ়া। হুচৰি—বহাগৰ বিহুত ধনৰ আশাৰে জুম বান্ধি ঘৰে ঘৰে ঢোল আদি বজাই গোৱা গীত।

প্ৰশ্ন :—১। বিহু সম্পৰ্কে এখনি চমু ৰচনা লিখা। ২। ভাব সংপ্ৰসাৰণ কৰা :—"বিহু আমাৰ অসমীয়া জাতীয় উৎসৱ—বাপতি সাহন।"

## খোজ কাঢ়ি পৰ্ব্বতত হাতী বিচাৰি।

টোকা:—গেৰোৱাই দি ঘাম বৈ গল —অতিপাত পৰিশ্ৰম কৰাৰ ফলত খুবকৈ ঘাম ওলাল। ইষ্টদেৱতা—নিজে উপাসনা কৰা দেৱতা। শক্ৰশালা —পোতক তোলা, হিংসা কৰা।

প্ৰশ্ন :- পৰ্ব্বতত হাতী বিচাৰিবলৈ গৈ লিখকৰ কেনে অৱস্থা হৈছিল বৰ্ণোৱা।

## সহানুভূতি

টোকা:—প্ৰতিবিম্ব—ছাঁ। দৃঢ়ীভূত—শকত, টান। কৃতকাৰ্য্য—সফলতা লাভ কৰা।

আপোনপেটীয়া—স্বাৰ্থপৰ ; পৰস্পৰ—ইটোৱে সিটোৱে।

প্ৰশ্ন :—১। ব্যাখ্যা কৰা।

(ক) "লোকৰ মনৰ ভাবেৰে আমাৰ মনৰ ভাৱৰ ঐক্য সহানুভূতিৰ মূল।"

(খ) "দয়া সহানুভূতিৰ এবিধ বলী অৱস্থা।"

২। সহানুভূতি সম্পৰ্কে এখনি ৰচনা লিখা।

---

## ভাগ্য-পৰীক্ষা

প্ৰশ্ন :—এই দৃশ্যটোৰ কথাখিনি পঢ়িলে তোমাৰ মনলৈ যি ভাৱ আহে তাকে চমুকৈ লিখা।

---



## দেৱাঙ্গ-শিক্ষা কি ?

টোকা :—নিয়াৰি—মূৰত তীখা লগোৱা, কুঠাৰৰ আকৃতিৰ এডোখৰ লো, যাৰ ওপৰত থৈ ধাতুক পিটি গঢ় লগোৱা যায়। পোন-ভাঁজ নথকা, সৰল। নিমাখিত—বৰ দৰিদ্ৰ, দুখীয়া।

অনুশীলন—অভ্যাস, কোনো কথা শিকিবৰ নিমিত্তে পুনঃ পুনঃ কৰণ। মেকী—ভেজাল, খাঁটি নোহোৱা। জলাঞ্জলি—এৰি দিয়া, ত্যাগ কৰা। অনুগামী—যি জন পিচে পিচে যায়, যি জনে অনুসৰণ কৰে। সততে—সদায় ; আচম্বিতে—আগেয়ে গম নোপোৱাকৈ, অকস্মাতে। বিপৰ্য্যয়—বিৰুদ্ধ, বিপৰীত, ওলোটা, অসঙ্গত। আবৰ্জ্জনাপূৰ্ণ—ময়লাপূৰ্ণ ; আহি—আদৰ্শ।

খিলঞ্জীয়া—বহু পুৰুষলৈকে একে ঠাইতে থকা, বহুকাল পৰ্য্যন্ত নিবাস নলৰোৱা। যেনে :—খিলঞ্জী মানুহ, প্ৰাচীন পুৰণি (মানুহত খাটে) ; খিলঞ্জী ভদ্ৰলোক ; অনেক কাল ভোগ কৰা (মাটিবাৰীত খাটে) ; তোমাৰ খিলঞ্জী ঘৰ ৰংপুৰত।

পৰমুখাপেক্ষী—লোকলৈ আশা কৰি থকা ; বিচৰণ—ফুৰিফুৰা।

প্ৰশ্ন :—১। ব্যাখ্যা কৰা—শিক্ষাৰ প্ৰধান উদ্দেশ্য হৈছে মানুহক মানুহ কৰা।

২। প্ৰকৃত শিক্ষা কেনে ধৰণৰ হোৱা উচিত ?

দেৱাঙ্গ-শিক্ষা কি—চমুকৈ লিখা।

---

## ঘুনুচা

টোকা :—বেজালি—বেজৰ ব্যৱসায়, বৈদ্যবৃত্তি ; যেনে—দি
বেজালি কৰে।

বানচ—মূল্য, বেচ ; যেনে :—গাখীৰৰ বানচ, কাম কৰাৰ বাবে
দিয়া ধন।

উচ্ছিষ্ট—খাই এৰা বস্তু, খোৱাৰ আগলিকা, অৱশেষ।

স্বস্ত্যয়ন—(স্বস্তি—কুশল, অয়ণ—আগমন) শুভ হবৰ বা অশুভ
গুচিবৰ নিমিত্তে কৰা মন্ত্ৰপাঠ, পূজা বা দেৱতাৰ স্তুতি,
শান্তি কৰ্ম্ম।

প্ৰশ্ন :—'ঘুনুচা' গল্পটি চমুকৈ লিখা। ইয়াৰ কোন ঘটনাটোৱে
তোমাৰ মন আটাইতকৈ বেছিকৈ আকৰ্ষণ কৰিছে উল্লেখ কৰা।

---

## বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাৱ

টোকা :—অনুপম—যাৰ তুল্য নাই, অতুলনীয়।

কৌলীন্য—কুলীনৰ পৰা হৈছে। কুলীন অৰ্থাৎ উত্তম জাতি,
শ্ৰেষ্ঠ বংশত উৎপন্ন, উত্তম বংশ বা জাতিৰ লোক। এনে
বংশ বা জাতিত জন্ম হোৱাৰ গৌৰৱকে কৌলীন্য বোলা হয়।

**প্ৰশ্ন:**—

**ইছলামৰ মাহাত্ম্য কেনেকৈ বিশ্ব-ভ্ৰাতৃত্বৰ মহৎ আদৰ্শৰ মাজেৰে ফুটি উঠিছে, তাক সুন্দৰ ভাৱে বৰ্ণোৱা।**

---



## উপাসনা।

টোকা :—

[…]কা—পৰিষ্কাৰ। বশবৰ্ত্তী—বশ-মনা, তলতীয়া হোৱা।

[…]ৰোণ—দোষ, জীয়া গছত বিন্ধা-কৰা এবিধ পোক ; তাৰ পৰা
হোৱা গছৰ ৰোগ বিশেষ।

[…]ন-ডেৢি—অধিক বা তাকৰ, অসমান।

[…]ৰাধ্য—যি বস্তুটোক পূজা কৰা হয়, আৰাধনা কৰা হয় ;
[…]নে :—আৰাধ্য দেৱতা।

[…]িহাৰ—ত্যাগ কৰা। বিভূতি—ধন-সম্পত্তি, ঐশ্বৰ্য্য বিভৱ।

[…]াত্মাজ্ঞান—'মই' জ্ঞান। প্ৰমাদ—বিপদ, আপদ, দুঃখ।

[…]াস্বাদন—সোৱাদ। মনস্কামনা—মনৰ কামনা, বাসনা বা ইচ্ছা।

[…]ৰ্গম—যাবলৈ বা সোমাবলৈ কষ্টকৰ, প্ৰবেশ কৰিবলৈ টান।

[…]াশঙ্কা—ভয়। প্ৰসন্নতা—আনন্দ।

**প্ৰশ্ন :**—

১। ব্যাখ্যা কৰা—

(ক) বোৱঁতী নৈত উটাই-বুৰাই গা ধুলে শৰীৰ যেনেকৈ
নিৰ্ম্মল আৰু পৱিত্ৰ হয়, উপাসনাই সেই দৰে মনৰ অসজ
চিন্তা, কু-প্ৰবৃত্তি, খং, লোভ, মোহ প্ৰভৃতি কেৰোণ ধুই মন
শুচি আৰু নিকা কৰে।

(খ) কেৰোণীয়া দুৰ্ব্বল চিন্তা-শক্তি সবল কৰাৰ
[…]হৌষধ উপাসনা।

২। উপাসনা প্ৰবন্ধটিত থকা গল্পটিৰ পৰা কি শিকিলা বা
[…]ুজিলা ?

## জাতীয়তাবাদ।

টোকা—

পাৰম্পৰিক—ইটোৱে সিটোৰ লগত।

উদ্ভুত—জন্ম, ওপজা। সামঞ্জস্য—মিল।

সহ-নিৰ্য্যাতন—একেলগে কষ্ট পোৱা।

একচ্ছত্ৰী - এজনৰ মাথোন ক্ষমতা থকা। যেন—একচ্ছত্ৰী সম্ৰাট।

গৰ্হিত—বেয়া, নিন্দনীয়, গৰিহা খোৱা।

অন্তৰ্হিত—নাইকিয়া হোৱা বা নেদেখা হোৱা, অন্তৰ্দ্ধান হোৱা।

প্ৰশ্ন—

১। ব্যাখ্যা কৰা:—"জাতীয়ভাৱ এটা মানসিক অনুভূতি মাথোন।"

২। জাতীয়তাবাদ মানে কি বুজা? ইয়াৰ দোষ আৰু গুণ সম্পৰ্কে এই প্ৰৱন্ধৰ পৰা কি শিকিলা নিজ ভাষাত সহজকৈ লিখা।

---

## জনপ্ৰিয় স্বৰ্গীয় নবীন বৰদলৈ।

টোকা:—

অনাহুত—নিমন্ত্ৰণ নকৰা, নমতা।

কটাক্ষ—চকু কেৰাহিকৈ চোৱা দৃষ্টি।

অপ্ৰত্যাশিত—আশা নকৰা।

নশ্বৰ দেহা—ক্ষণস্থায়ী শৰীৰ, অৰ্থাৎ যি শৰীৰ ধ্বংস প্ৰাপ্ত হয়।

নিৰ্ভীক - ভয় নোহোৱা। আত্ম নিয়োগ—নিজকে খটোৱা।



তথ্য—সত্যতা, যথাৰ্থতা, যেনে:—এই কথাৰ তথ্য পোৱা নাই।

অন্তৰ্দৃষ্টি—ভিতৰলৈ চাব পৰা শক্তি। মৰিমুজি—প্ৰাণপণে।

লক্ষ্যভ্ৰষ্ট—লক্ষ্যৰ পৰা আঁতৰি যোৱা।

অভিবাদন—প্ৰণাম, নমস্কাৰ, অভ্যৰ্থনা কৰা, সাদৰেৰে আদৰা

প্ৰশ্ন:-

১। ৺বৰদলৈ ডাঙৰীয়াৰ চৰিত্ৰ বিশ্লেষণ কৰি এখনি চমু ৰচনা লিখা।

২। ৺বৰদলৈ দেৱক কেলৈ "জনপ্ৰিয়" আখ্যা দিয়া হৈছিল তাক তেখেতৰ জীৱনৰ কেইটামান লেখত লবলগীয়া কাৰ্য্যৰ উদাহৰণেৰে ভালকৈ বুজাই দিয়া।

---

## অসাম্প্ৰদায়িক অসম।

টোকা:—

অসাম্প্ৰদায়িক—সম্প্ৰদায়ৰ—যেনে হিন্দু এটা সম্প্ৰদায়, মুছলমান এটা সম্প্ৰদায়, খ্ৰীষ্টান এটা সম্প্ৰদায় ইত্যাদি। এই সম্প্ৰদায়বোৰৰ ভিতৰত যি বিবোধ ভাব থাকে, তাকে সাম্প্ৰদায়িক ভাব বুলি কয়। আৰু অসাম্প্ৰদায়িক ভাব, মানে, ইটো সম্প্ৰদায়ৰ লগত সিটো সম্প্ৰদায়ৰ কোনো বিবোধ ভাব নথকা বুজায়।

গণ্ডী—সীমা।

দিগ্বিজয়কাৰী—যি সকলে দিক বিদিক জয় কৰে অৰ্থাৎ পৃথিৱী

জয় কৰে, ৰণত বা শাস্ত্ৰৰ আলাপত অনেক দেশ জিকা; যেনে :—বীৰ বা পণ্ডিতে দিগ্বিজয় কৰে।

সাম্ৰাজ্যবাদী—যি সকলে দেশ জয় কৰি, আন দেশক নিজৰ ক্ষমতাৰ তললৈ আনি সেই বোৰৰ ওপৰত প্ৰতিপত্তি স্থাপন কৰে।

সাম্যবাদী—যি শাসন-তন্ত্ৰই ধনী আৰু নিৰ্ধনীৰ ভিতৰত থকা প্ৰভেদটো উঠাই দি সকলোৰে মাজত সমতা স্থাপন কৰাটোকে আদৰ্শ বুলি মানি লয়। এই আদৰ্শ মতে কোনোৱে সৰহ ধনৰ অধিকাৰী হৈ বিলাসত দিন নিয়াব নোৱাৰে, কোনোৱে দাৰিদ্ৰ্যৰ হেঁচাতো কষ্ট ভুগিব নোৱাৰে। ধন সকলোৰে মাজত সমানে ভাগ কৰি দিয়াই এ সাম্যবাদৰ আদৰ্শ।

প্ৰশ্ন :—

১। হিন্দু আৰু মুছলমানৰ ভিতৰত থকা সম্বন্ধ সম্পৰ্কে এই প্ৰবন্ধ পাঢ় কি জানিলা চমুকৈ লিখা।

২। "অসমৰ হিন্দু-মুছলমানৰ সম্বন্ধ তেজ-মঙহৰ" এই কথাষাৰ নিজ ভাষাৰে ভালকৈ বুজাই দিয়া।

---

## দিহিঙে—দিপাঙে।

টোকা :—

উৎপীড়ন—কষ্ট, যন্ত্ৰণা। স্বয়ং—নিজে

নোদোকা—মোটা, শকত। অনুকৰণ—নকল।



পলসুৱা—সাৰ নথকা, পলসযুক্ত (কাঠত খাটে) যেনে পলসুৱা কাঠ, নৈয়ে পেলোৱা বোকাযুক্ত, যেনে—পলসুৱা মাটি।

ফাঁক—অস্ত্ৰৰ মোট, যেনে-খাম্‌তি দাৰ ফাঁক; কাফ্‌ইি—ধেনুৰ বা হিলৈৰ কাঠ। খাটলা—গোসাঁই সকল উঠিফুৰা চাৰি-চুকীয়া দোলা।

প্ৰশ্ন :—

তাঙ্গোৰৰ এটা চমু বিবৰণ লিখা।

---

## বৰফৰ নদী।

বৈশিষ্ট্য—বিশেষত্ব। ভূখণ্ড—মাটিৰ ভাগ, পৃথিবীৰ অংশ। ভৈয়াম—সমান মাটি, পৰ্ব্বত নোহোৱা মাটি, সমভূমি। কণিকা—ক্ষুদ্ৰ অংশ, সৰু ভাগ, পানীৰ সৰু টোপা, যেনে "বৰিষে কণিকা মেঘে ওপৰত গাজে"।

প্ৰশ্ন :—

১। বৰফৰ নদী মানে কি বুজা?

২। বৰফৰ নদীয়ে কি কৰিব পাৰে লিখা।

---

## থুচিডাইডিচ্

আহিলা—যুদ্ধৰ সঁজুলি, ৰণৰ অস্ত্ৰ-শস্ত্ৰ আদি, খাৰ-গুলী—আদি। ইয়াত বস্তুক বুজাইছে। সুকুমাৰ কলা—অতি সূক্ষ্ম কলা যেনে গান, চিত্ৰাঙ্কন আদি। আলম্পিক খেলা—গ্ৰীচৰ অতি

পুৰণিকলীয়া জাতীয় খেল। ই প্ৰত্যেক চাৰি বছৰৰ অন্তৰে অন্তৰে হৈছিল। এই খেলত ঘোঁৰা দৌৰ, মুষ্টি-যুদ্ধ আদি খেলাত জয়ী হোৱা মানুহ জনক জলফাই পাতৰ মালা পিন্ধোৱা হৈছিল। ই গ্ৰীচৰ 'অলিম্পীয়া' নামৰ ঠাই এডোখৰত হৈছিল দেখি তাক 'অলিম্পীক' খেল কোৱা হৈছিল।
চিৰস্মৰণীয়—চিৰদিন মনত ৰাখিব লগীয়া। 'পেলোপনেচিয়ান-যুদ্ধ' —মিত্ৰ ৰাজ্যবোৰৰ সৈতে 'এথেন্সৰ' যি এখনি দীঘলীয়া যুদ্ধ হৈছিল, সেয়েই 'পেলোপনেচিয়ান-যুদ্ধ' নামেৰে জনাজাত।
সন্নিবিষ্ট—প্ৰবিষ্ট, প্ৰবেশ কৰা, সুমুৱা। নিৰপেক্ষ....কাৰো মুখ নৰখা, কাৰো ফলীয়া নোহোৱা, স্বাধীন ভাৱে কাৰ্য্য কৰা।
প্ৰাঞ্জল—পোন, পাক নথকা, সহজ, বুজিবলৈ ঢিলা যেনে :—
প্ৰাঞ্জল কবিতা।
প্ৰাচুৰ্য্য—খুব বেছি।

প্ৰশ্ন :....থুচিডাইডিচৰ চমু জীৱনী লিখা।

## গৃহিণী।

প্ৰশ্ন :....আদৰ্শ গৃহিণীয়ে কেনে ধৰণৰ শিক্ষা পাব লাগে চমুকৈ লিখা।

---

# কবিতা ভাগ

## বেদ স্তুতি

৺ভগৱন্তৰ অপাৰ মহিমা আমি বুদ্ধিৰে চুকি নেপাওঁ। নিৰ্ম্মল ভকতিয়েই হৈছে ৺তেওঁক জানিবৰ একমাত্ৰ উপায়।
টোকা :—মূঢ়—মূৰ্খ। ভৈলে—হলে। অখণ্ড—পূৰ্ণ। শ্ৰৱণ কীৰ্ত্তন—৺ভগবানৰ গুণ বৰ্ণনা শুনা আৰু তাকে আনক শুনোৱা।
মন্দমতি—বুদ্ধিহীন, নিৰ্ব্বোধ; চক্ৰপাণি (চক্ৰ—ঘুৰণীয়া অস্ত্ৰ, পাণি—হাত) বিষ্ণু।
বামন—বাওনা, বিষ্ণুৰ পঞ্চম অৱতাৰ। কৈসানি....কেতিয়াও—(পদ্যত)
অন্তৰ্য্যামী—মনৰ ভিতৰলৈ সোমোৱা, মনৰ সকলো ভাব বুজা।
প্ৰশ্ন :—১। কবিতাটিৰ সাৰাংশ লিখা।
২। ব্যাখ্যা কৰা...."মিছা তৰ্কবাদে........মোৰ গতি।

## প্ৰাৰ্থনা।

হে প্ৰভু তুমিয়েই মোৰ দেহ-মনৰ গৰাকী। পূজাৰ ৰীতি নিয়ম মই একোকে নেজানো। মই তোমাৰ শ্ৰীচৰণত আশ্ৰয় লৈছো যি বাটেদি গলে তোমাক জানিব পাৰি সেই বাটেদি মোক লৈ বলা।
টোকা :....চিত্তবৃত্তি—মনৰ ভাৱ। প্ৰবৰ্ত্তক....চলাওঁতা।
হৃষীকেশ....মানুহৰ মন বুদ্ধি চলাওঁতা, এতেকে বিষ্ণু, নাৰায়ন।
ব্যাখ্যা কৰা :—"নাজানোহো..........সাধিবে উচিত"।

## আনন্দ তীৰ্থ।

ভগবানক পোৱাটোৱেই আমাৰ সকলোৰে লক্ষ্য। তেওঁক জানিব পাৰিলেই সংসাৰৰ দুখ-তাপৰ অন্ত পাৰব, আমি পূৰ্ণ আনন্দৰ গৰাকী হ'ম। মনৰ সকলো মলিয়ন নিকা কৰি শুদ্ধ ভকতিৰে আগবাঢ়িলেই আমাৰ সেই উদেশ্য সিদ্ধি হব।

প্ৰশ্নঃ—কবিতাটোৰ ভাবাৰ্থ লিখা।

---

## মৌ কোঁহ।

প্ৰশ্নঃ—"চকুলো," "সৰু আৰু বৰ" আৰু "শকতৰ বিপদ" প্ৰত্যেকটোৰে ভাব সম্প্ৰসাৰণ কৰা।

## জোনাকীৰ প্ৰাৎ সম্বোধন।

টোকাঃ—টোকাৰি—এবিধ গুনা লগোৱা আঙুলিৰে বজোৱা বাদ্যযন্ত্ৰ। মিটিকি—ঢিমিক্-ঢামাক্‌কৈ জ্বলিথকা; নিৰ্ব্বন্ধ—বন্ধন, বান্ধখোৱা। জোনাকী—ৰাতি জ্বলা এবিধ পোক; ইয়াত "জোনাকী, নামৰ আলোচনীক বুজাইছে। এই কবিতাটি সেই কাকত খনত প্ৰকাশিত হৈছিল। ধৰ্ম্ম—স্বাভাবিক গুণ, কেতিয়াও লৰচৰ হব নোৱাৰাকৈ লাগি থকা গুণ।

প্ৰশ্নঃ- কবিতাটোত যি দেশাত্মবোধ ফুটি উঠিছে তাক চমুকৈ বৰ্ণোৱা।

ব্যাখ্যা কৰাঃ—(ক) বুজিও নুবুজা·········ঢাকনিৰ তল। (খ) সাম্য, মৈত্ৰী················অমিল থাকিলে।



## আকাঙ্ক্ষা।

৺ভগৱানৰ কি অপাৰ মহিমা। সেই মহিমাৰ প্ৰভাৱতে গোটেই প্ৰকৃতিৰ আনন্দ উছব। কবিয়ে ভগবানৰ ওচৰত এই প্ৰসাদকে বিচাৰিছে যেন তেওঁ প্ৰকৃতিৰ এই আনন্দ উছবত যোগ দিব পৰা শক্তি সামৰ্থ্য লাভ কৰে।

টোকা :—কীচক বেণু—এবিধ বাঁহৰ বাঁহী।
হীৰক মণ্ডিত—তৰাৰে ভৰি পৰা।
সুৰভি সুগন্ধ। বৈতালিক পৰঘুমা—গীতগোৱা এবিধ চৰাই।
অৱসাদ—বেজাৰ। নিলয়—আলয়, ঘৰ।
চিন্তামণি—এটা কাল্পনিক বহুমূলীয়া মণি, সি যাৰ ঘৰত থাকে তেওঁক সকলো বাঞ্চিত বস্তু দিয়ে। ইয়াত ভগবানক বুজাইছে, ভগবানক ভক্তিৰে বিচাৰিলে বাঞ্ছিত বস্তু পোৱা যায়।

প্ৰশ্ন :—কবিতাটোৰ ভাবাৰ্থ লিখা।

ব্যাখা কৰা :—হে প্ৰভো !·······কাৰাগাৰ খনি।

## উদ্বোধন।

প্ৰশ্ন :—কবিতাটো পঢ়ি মনলৈ কি ভাব আহে তাকে জুকিয়াই লিখা। শুধৰণি—"জাগ ডেকা তেজ ধল ঢালি" হে হব।

## আবাহন।

কবিতাটোত বিখ্যাত ইংৰাজ কবি টেনিচনৰ ভাবধাৰাৰ ছাঁ পৰিছে।

প্ৰশ্ন :—কবিতাটোৰ ভাবাৰ্থ লিখা।

## সপোন।

লেখিকাৰ গোটেই জীৱনটোৱেই দুখেৰে ভৰপূৰ। তাৰ

মাজতে কেতিয়াবা কল্পনাৰ ৰথত উঠি সুখৰ সপোন দেখে। সেই সপোন আকৌ ক্ষন্তেকতে লীন হৈ যায়। তেওঁৰ অন্তৰ আকৌ দুখেৰে ভৰি যায়। কিন্তু অৱশেষত তেওঁ বুজে যে এই খন্তেকীয়া সুখ-দুখৰ কোনো অৰ্থ নাই। আচল সুখ ভগৱন্তৰ চৰণতহে পোৱা যায়। সেই পৰম দিনটোৰ বাবে তেওঁ অপেক্ষা কৰে।

টোকা—বিনন্দীয়া—আনন্দময়। মানসী—মনৰ। সুৱদি—সোৱাদ লগা। লহৰী—ঢৌ। নীৰ—পানী। নিমিষতে—চকুৰ পচাৰতে।

প্ৰশ্নঃ—কবিতাটোৰ ভাৱাৰ্থ লিখা।

ব্যাখ্যাকৰা—(ক) গৰজিলে এনেতে............সিন্ধু নীৰ।

## টিপামৰ ডেকা

টোকাঃ—লোহিত—লুইত, ব্ৰহ্মপুত্ৰ। বাহৰ—প্ৰৱসুৱা ঘৰ। গোঙোৰালি—খঙাল আৰু মন ভাঙি কথা নোকোৱা। বেকত—ব্যক্ত, প্ৰকাশ। অনৰ্গল—বাধা নথকা। সমিধান—উত্তৰ, ৰামসিংহ—আউৰঙ্গজেৱ, বাদশাহৰ সেনাপতি। শৰাইঘাটৰ ৰণত এখেত লাচিত বৰফুকনৰ হাতত ঘাটে। কাড়ীঃ—কাড়মাৰোতা, অসম ৰজাৰ সময়ত কাড় মাৰোতা এখেল মানুহ আছিল। সেইঁতে ৰণ লাগিলে ধেনুকাড়েৰে যুদ্ধ আৰু আন সময়ত ৰজাঘৰত হজুৱাৰ বন কৰে।

প্ৰশ্ন—১। কবিতাটিত বৰ্ণোৱা গল্পটো লিখা আৰু ডেকাৰ চৰিত্ৰৰ পৰা কি শিকিলা তাক উল্লেখ কৰা। ২। আছে মোৰ সেনাপতি................ই জীৱন'—কেতিয়া, কিয় আৰু কোনে এইযাৰ কথা কৈছিল?



## মুক্তি দূত।

টোকাঃ—মুক্তি দূত—পৰাধীন ভাৰতৰ মুক্তি যুঁজৰ যিজন সেনাপতি—মহাত্মাগান্ধীক বুজাইছে। এখন কৌপীন পিন্ধি থাকে কাৰণে তেওঁক "নাঙঠা ফকীৰ" বুলিও কোৱা হয়। অভিনৱ—নতুন ধৰণৰ। স্বত্ব-জনমৰ অধিকাৰ—আমাৰ স্বাধীনতা, স্বত্ব মানে অধিকাৰ, লোকমান্য তিলকেই পোনতে কৈছিল—"স্বৰাজ আমাৰ জন্মস্বত্ব"। আত্মশক্তি—নিজৰ শক্তি,উৎপীড়ণ—কষ্ট, নিৰ্য্যাতন। মৰ্ম্মহীন—অন্তৰ নোহোৱা, নিষ্ঠুৰ, অলীকতা—মিছা, সত্যৰ পৰা আতৰ।

প্ৰশ্ন—মহাত্মাগান্ধীক সত্য, সাম্য, প্ৰেমৰ দেৱতা বুলি কিয় কোৱা হয়। ব্যাখ্যা কৰাঃ—বিবেক সাগৰ............মুকুতি বাণী'

## পূজা আয়োজন

টোকাঃ—লখিমী—অসমৰ হেৰোৱা দেশাত্ম বোধক বুজাইছে। বিবিধঃ—এবিধ বনৰীয়া গছ; অমৰ বালা—স্বৰ্গৰ অপেশ্বৰী; ভ্ৰষ্টা—পতিতা, যিজনে ধৰ্ম্ম এৰিছে; বাগেদৱী-(বাক + দেৱী) বাগীশ্বৰী, স্বৰস্বতী। বিমোহিনা (স্ত্ৰী)-যিজনে মুগ্ধ কৰে। চৰণ কমল-চৰণ-ভৰি, কমল—পদ্ম, অৰ্থাৎ পদ্মৰ দৰে ভৰি। জ্যোতি-পোহৰ; মলঙি-ভেকুৰী দুৰ্গন্ধ হোৱা, পুৰণিহৈ বিসোৱাদ হোৱা।

প্ৰশ্নঃ—কবিতাটিৰ ভাবাৰ্থ লেখা। ব্যাখ্যা কৰা-(ক) লখিমী পৰশ পালে·········তুলিব কঁপাই"। (খ) পৰিছিল এটি জ্যোতি····আজলী হিয়াৰ"।

## লুইতৰ বালি

টোকাঃ-মৰীচিকা—(মৰীচি-দীপ্তি) মৃগতৃষ্ণা, বৰ বহল বালিৰ পৰা উঠা এটা তিৰবিৰণি যাক দূৰৰ পৰা পানী যেন দেখা যায়, চকুৰ ভ্ৰম। অন্তৰ সলিলা—(সলিল্-সল্, গতি কৰ্, বৈ যা এতেকে পানী) ইয়াত বালিৰ ভিতৰে ভিতৰে পানীৰ সোঁত বৈ যায় কাৰণে বালিক অন্তৰ সলিলা বুলিছে।

ব্যাখ্যা কৰাঃ—শীতল নিজৰা·········শীতল।

## মৰম।

প্ৰশ্ন ঃ—কবিতাটোৰ ভাবাৰ্থ লিখা।

ব্যাখ্যা কৰা ঃ— কঠুৰা·········শিলত মৰমৰ মোল!

## মাধৈ-মালতী

টোকাঃ—ওৰ—শেষ; মাদৈ— ৰজাৰ ঘাই কুৰঁৰী, ইয়াত ফুলনিৰ শ্ৰেষ্ঠ ফুলক বুজাইছে; টেঙৰী-ধূৰ্ত্ত (স্ত্ৰী) বুলনি—গাত ৰ'দ বৰষুণ নপৰাকৈ এটাৰ পৰা আন এটা ঘৰলৈ যোৱা দীঘলীয়া চালি, ইয়াত চালিৰ দৰে পাত লতাৰ জোপোহাক বুজাইছে: উকলি—মৰহি, শুকাই।



ব্যাখ্যা কৰাঃ—(ক) পাৰশ্য দেশৰ·········উৰলি গ'ল। (খ) ইমান টেঙৰী·········কৰিছ ভয়।

## হৰি জোৰাই।

টোকাঃ—খাণ্ডা—খৰ্গ; ফৰমান—আদেশ।

প্ৰশ্নঃ —"মাধৱৰ ফৰমান····নাম গান" কেতিয়া, কিয় আৰু কোনে কৈছিল?

## শ্ৰীৰামচন্দ্ৰ আৰু গুহক চণ্ডাল।

টোকা ঃ—নৰনাৰায়ণ— নৰদেহত নাৰায়ণ— অৱতাৰ; সঞ্জীৱিত—নতুন শকতিৰ সঞ্চাৰ; অৰ্দ্ধাঙ্গিনী—ঘৈণীয়েক; অনুজ—সৰু ভাই। জানকী—সীতাৰ অন্য নাম, জনক ৰজাৰ কন্যা বাবে জানকী। দীপ্ত—উজ্জ্বল; ললাটিকা—ললাট মানে কপাল, কপালত সন্ন্যাসী সকলে যি ৰেখা আকে তাকে কয় ললাটিকা। জাহ্নবী—গঙ্গানদী, জহ্নু মুনিৰ নামৰ পৰা, ভগীৰথে গঙ্গাক নমাই আনোতে গঙ্গাৰ বেগত জহ্নু মুনিৰ তপস্যা ভঙ্গ হোৱাৰ খঙতে ঋষিয়ে গঙ্গাক পি খাইছিল, কিন্তু ভগীৰথৰ কাতৰ মিনতিত সন্তুষ্ট হৈ কৰঙ্গনেদি গঙ্গাক বাহিৰ কৰি দিলে। এতেকে তেওঁৰ পৰাই গঙ্গাৰ পুনৰ সৃষ্টি হোৱা বাবে গঙ্গাই সেই নাম পায়।

প্ৰশ্ন—কথোপকথন খিনি গল্পাকাৰে লেখা।

---

পখিলা

সোণালীৰেণু—পখিলীয়ে ফুলৰ ৰেণুবোৰ এটা ফুলৰ পৰা আনটোলৈ কঢ়িয়ায়। ভোমোৰাদি আন পোক বোৰৰো একে কাম। এনেকৈয়ে ফুলৰ বংশ বৃদ্ধি পায়। কবিয়ে কল্পনা কৰিছে, সেই ৰেণুবোৰ আনি কবিৰ মনত সানিদিয়া কাৰণেহে জানিবা তেওঁৰ মনত আজি আনন্দ। আদৰণি—চেনেহ সনা; উলাহৰ ৰাগী—আনন্দৰ নিচা; অমৰা—স্বৰ্গ; দিঠক—সাৰে থকা, সপোন নোহোৱা অৱস্থা।

ব্যাখ্যা কৰা.—"অপৰূপ মনোলোভা·······সোণৰ সপোন"।

প্ৰশ্ন—কবিয়ে পখিলীক ফুলনিৰ কবি আখ্যা দিছে কিয় ?

## আৱাহন

টোকা :—নৱ-পত্ৰিকা—নতুন পাত, ইয়াত দুৰ্গা গোঁসানীৰ ওচৰত থকা কলগছ আৰু বেলেৰে সজা এটা মূৰ্ত্তিক বুজাইছে। বিভূষিতা—শোভিতা, সজ্জিতা; বিক্ৰমেৰে—বীৰত্বেৰে, শক্তিৰে; অপৰাজিতা (স্ত্ৰীঃ) যাক হৰুৱাব নোৱাৰি, ইয়াত দুৰ্গাদেবীক বুজাইছে, কাৰণ তেওঁক অসুৰৰ শক্তিয়ে পৰাজিত কৰিব পৰা নাছিল। শক্তিবোধন—শক্তিক জাগ্ৰত কৰা।

---

প্ৰশ্ন :—কবিতাটিৰ ভাবাৰ্থ লিখা।

## মই ইয়াৰে সাধক।

প্ৰশ্ন:—কবিতাটোৰ ভাবাৰ্থ লিখা।



## মই অসমীয়া।

স্বৰ্ণপুৰী—সোণৰে সজা ৰাজ্য অৰ্থাৎ অতি ঐশ্বৰ্য্যশালী নগৰ। ইয়াত দিল্লীক বুজাইছে। তৃষা—পিয়াহ। প্ৰান্তে প্ৰান্তে—দিশে দিশে অৰ্থাৎ চৌদিশে। অনিৰুদ্ধ—বাধা নথকা, মুক্ত। মিনা কৰা—মিনা—সোণ-ৰূপৰ অলঙ্কাৰত বৰণ লগোৱা এবিধ নানা বৰণীয়া কাঁচৰ নিচিনা বস্তু। মিনা কৰা মানে মিনা লগোৱা বুজাইছে। যেনে মিনা কৰা খাৰু। ইয়াত নানা বৰণীয়া গছ-পাতেৰে সজোৱা বনক বুজাইছে। হেং-দান—অসম ৰজাই হাতত লোৱা এবিধ দা বা তৰোৱাল। ৰণপ্ৰাঙ্গন—যুদ্ধক্ষেত্ৰ। ৰণচণ্ডী—ৰণ—যুদ্ধ, চণ্ডী—দুৰ্গা; অৰ্থাৎ মহিষাসুৰে সৈতে ৰণ কৰোঁতে দুৰ্গাই ধৰা এক ৰূপ, বৰ খঙাল তিৰোতা। সান্দহ—ভজা চাউল খুন্দি কৰা এবিধ খাদ্য, কৰাই। ধূসৰ—মটীয়াবগা। জাংফাই (মিচিমি শব্দ) এবিধ জলজলীয়া মৌ বৰণীয়া গোট মৰা গছৰ আঠা, তাক অসম দেশৰ উত্তৰ পূব ফালৰ মিচিমি পৰ্ব্বতত পোৱা যায়, তাৰ দ্বাৰা কেৰু-মণি হয়। মৰকত—পানা, এবিধ সেউজীয়া বাখৰ। চূলা—জাপিৰ টুপৰ ওপৰত লগোৱা ধাতুৰ চুপহি; খৰমৰ খুঁটি।

পোৱাল—সাগৰৰ তলত পোকৰ পৰা হোৱা এবিধ ৰঙা বস্তু; তাৰ পৰা কৰা মণি। "পুথিয়ে কাণত পিন্ধে সোণৰ থুৰীয়া"—সেই দিনৰ পুথিৰ পাতবোৰৰ কানবোৰ সোণেৰে বন্ধোৱা আছিল যাতে সহজে ফাটিব নোৱাৰে। ধোদ—বৰ এলেহুৱা, অকামিলা মানুহ। ধোদ বিলাকে আহোম ৰজাৰ দিনত এটা আলি সাজিছিল। সেই

আলি আজিও অসমৰ উজনিলৈ মটৰেৰে যোৱা বাটত দেখা যায়। চেকুৰীয়া—ছেঁইৰ দৰে দীঘলীয়া ( সোণত খাটে ) যেনে চেকুৰীয়া সোণ গোটমৰা, ( তেজত খাটে ) চেকুৰীয়া তেজ। বিনন্দীয়া—ধুনীয়া। বিকশি—প্ৰকাশি। নন্দন—ইয়াত ইন্দ্ৰৰ ফুলনি বুজাইছে। কিন্নৰ—কুবেৰৰ পৰিষদ ( ইয়াৰ ঘোঁৰাৰ দৰে মুখ, মানুহৰ দৰে গা ), স্বৰ্গৰ গায়ন। সুৰীয়া—মিঠা যেন সুৰীয়া মাত।

১। কবিতাটিৰ সাৰাংশ লিখা। ২। বিদ্ৰোহী মোগল কোন? তেওঁ কেনেকৈ আৰু কেলৈ অসমৰ অসমীয়া হ'ল হি? ২। পুৰণি অসমৰ সমৃদ্ধিৰ চিন স্বৰূপে কৱিয়ে যি যি বস্তুৰ নাম উল্লেখ কৰিছে তাৰ প্ৰত্যেকটোকে বৰ্ণাই চমু টোকা লিখা। ৪। কবিৰ দেশাত্মবোধৰ বিষয় চমুকৈ লেখা।

ব্যাখ্যা :— জীৱনে মৰণে ................অমিয়া মৰণ

## চেকেন্দ্ৰা

চেকেন্দ্ৰা—সম্ৰাট আকবৰৰ কবৰ। মুছাফিৰ—বাটৰুৱা, ফকীৰ; নীৰ—পানী, চকুলো; সঞ্জীৱনী—জীৱন দিয়া। নিৰ্ম্মম—নিষ্ঠুৰ, কঠুৱা। গৰীয়ান—মহান; ৰুদ্ৰ=ভয়ানক, ভীষণ। অভিযান—যাত্ৰা; মেদিনী পৃথিবী; আচমান—আকাশ; তুফান—ধুমুহা; অভ্ৰ—আকাশ; হুঙ্কাৰ—চিঞৰ; "ভাৰতৰ মৃত কল্পনা"—ভাৰতীয় সভ্যতাৰ বাণী হৈছে সাম্য আৰু মৈত্ৰীৰ বাণী। আকবৰে এই সাম্য মৈত্ৰীৰ ভেটিতেই ৰাজ্য স্থাপন কৰিছিল। সম্ৰাট অশোকৰ পিচত বহুদিনলৈকে ভাৰতবাসীয়ে এই সাম্য মৈত্ৰী করুণাৰ কথা পাহৰি গৈছিল। আকবৰে তাক পুনৰুদ্ধাৰ কৰে।

প্ৰশ্ন :—তাৰ সম্প্ৰসাৰণ কৰা—"সৃষ্টি হ'ব....সম্ৰাট আকবৰ"

